# ডক্টৰ কাকতিৰ সাহিত্য

ডঃ বিনোদ শৰ্মা এম.এ., ডি. ফিল্
অধ্যাপক, অসমীয়া আৰু বঙলা বিভাগ বিজনেল্
ইন্‌ষ্টিটিউট্ অব ল্যাঙ্গুৱেজ্ ভুবনেশ্বৰ, উৰিষ্যা




নিউ বুক ষ্টল
গুৱাহাটী-১, অসম

'DOCTOR KAKATIR SAHITYA', a critical study on Dr. Banikanta Kakati's writings, written by Dr. Binod Sarma, M.A., D. Phil and Published by New Book Stall, Panbazar, Gauhati-1, Assam. First Edition March, 1972.

---

Price Rs. 5·00

প্ৰকাশক ঃ
নিউ বুক ষ্টল
পাণবজাৰ,
গুৱাহাটী-১
অসম

প্ৰথম সংস্কৰণ ১৯৭২

বেচ ঃ ৫·০০ টকা

ছপাশাল ঃ
শ্ৰীজয়ন্ত বাক্‌চি
পি. এম. বাক্‌চি এ্যাণ্ড কোং (প্ৰাইভেট) লিঃ
১৯, গুলু ওস্তাগৰ লেন
কলিকতা-৬

Criticism is a disinterested endeavour to learn and propagate the best that is known and thought in the world.

—Mathew Arnold.

—সূচী—

# উছৰ্গা

ৰজৰ প্ৰখ্যাত পণ্ডিত মোৰ দীক্ষা গুৰু ডঃ জানকী বল্লভ ভট্টাচাৰ্য ( কাব্যৰত্ন ) এম, এ ; পি, এইচ, ডি, দেৱৰ সৰলতা আৰু অকৃত্ৰিম স্নেহে মোক কৰিছিল মুগ্ধ। এই ক্ষুদ্ৰ প্ৰচেষ্টা তেখেতলৈ আগ বঢ়ালোঁ।।

বিনোদ শৰ্মা

# ভূমিকা

বাণীকান্ত কাকতি সেইসকল প্ৰতিভাশালী অসম-সন্তানৰ শাৰীতে নিজ অহিৰাতে যোগ্য আসন লাভ কৰিব যিসকলে অসম-মাতৃৰ মহান ঐতিহ্য বহন কৰি-বলৈ সক্ষম হৈছিল। তেখেতৰ চুটি জীৱনকালত কি পৰিমাণৰ সাহিত্য সৃষ্টি কৰিছিল তাৰ হিচাপ দিব সাহিত্যৰ ইতিহাসে। কিন্তু দুখৰ বিষয় যে, তেখেতৰ মূল্যবান কিতাপ কিছুমান এতিয়া দুষ্প্ৰাপ্য হৈ পৰিছে। গতিকে একেলগে তেখেতৰ কিতাপবোৰ পোৱা দূৰৈৰে কথা, আনকি আমাৰ উদীয়মান ডেকা সমাজে সেই বিষয়ে সন্তোষ পাবলৈও টান হৈ পৰিছে। পোৱা নাযায় এই সাহিত্যৰাজিক লৈ ৰচিত আলোচনামূলক গ্ৰন্থ। যিসকল প্ৰকৃত জ্ঞানান্বেষী তেওঁলোকৰতো কথাই নাই, তাৰ উপৰিও অসমীয়া সাহিত্য-সেৱাক জীৱনৰ ব্ৰত হিচাপে গ্ৰহণ কৰা সকলোৱে বাণী-সাহিত্যক শ্ৰদ্ধা কৰে। কোনোবাই কয়, "একলব্যৰ দৰে সাধনা", কোনোবাই কয় "মনীষী", আকৌ কোনোৱে তেখেতৰ গদ্যভঙ্গীক "লয়যুক্ত গদ্য" বুলি স্থানবিশেষে মন্তব্য কৰে। কিন্তু কোনো মন্তব্যই পূৰ্ণ ৰূপত আমাৰ আগত দেখা দিয়াহি নাই। অৰ্থাৎ তেখেতৰ সাহিত্যৰ স্বৰূপ যে কেৱল মনস্বী ভাৱধাৰা বা লয়যুক্ত গদ্যতে সীমাবদ্ধ নহয়, তাৰ বাহিৰেও বহুতো উজ্জ্বল দিশ আছে সেইটো উদঘাটন কৰি ডাঙি ধৰাৰ প্ৰচেষ্টা হোৱা নাই। ডঃ কাকতিৰ পৰলোক গমনৰ পিছত কেইখনমান সংবাদ-পত্ৰই বিশেষ-সংখ্যা উলিয়াই দুই-এক লব্ধপ্ৰতিষ্ঠ আৰু গুণমুগ্ধ সাহিত্যিকৰ হতুৱাই প্ৰবন্ধ লিখোৱাই প্ৰকাশ কৰিছিল। এইবোৰ প্ৰশস্তিমূলক আৰু কাকতিৰ প্ৰতিভাৰ ক্ষেত্ৰত বেখাপাতৰ দৰে আছিল। তাত গভীৰ আলোচনা হোৱা আমাৰ চকুত পৰা নাছিল। নোহোৱাৰ কাৰণ হয়তো হব পাৰে এটাই। বেজবৰুৱাৰ একাঙ্কীয়া নাটসমূহ নাটৰ শাৰীত পৰিছে নে নাই, বা চুটিগল্পসমূহে গল্পৰ নিয়ম মানি চলিছে নে নাই বা তাৰ চৰিত্ৰ সৃষ্টি কেনেকুৱা হৈছে, এইবিলাক বিষয়ে সাহিত্যৰ সূত্ৰগত আলোচনা হব পাৰে বা পদ্মনাথ গোহাঞি বৰুৱাৰ "লীলা" মহাকাব্যৰ শাৰীত কিয় নপৰে তাৰ বহলাই আলোচনা কৰাৰ থল বিচাৰি পোৱা যায় বৰিও সেই আলোচনাক পুনৰ বিশ্লেষণ কৰি দেখুওৱাৰ দৃষ্টান্ত কম। এই কাৰ্যৰ প্ৰতি সাধাৰণৰ এটি অনীহা নথকা নহয়। অথচ প্ৰত্যেক সাহিত্য-

সেৰীয়ে সাহিত্য-ৰসৰ আস্বাদ লবলৈ, সাহিত্য সৃষ্টিৰ পথ নিৰ্ণয় কৰিবলৈ শ্ৰেষ্ঠ সমালোচকৰ সমালোচনা অধ্যয়ন আৰু মনন কৰিব লাগে। তেতিয়াহে তেওঁলোকে প্ৰকৃত সত্যৰ সন্ধান পাব পাৰে। অৰ্থাৎ ৰসপিপাসুজনে পাব ৰসৰ আস্বাদ আৰু স্ৰষ্টাই পায় সৃষ্টিকাৰ্যৰ প্ৰেৰণা। এই কাৰণেই ইংৰাজ সমালোচক হেজলিট্ আদি শ্ৰেষ্ঠ সমালোচকৰ সমালোচনা উচ্চশ্ৰেণীত পাঠ্য পুথিৰূপে নিৰ্দ্ধাৰিত কৰা হৈছে। হেজলিটে নিজৰ বিষয়ে মন্তব্য দিওঁতে কৈছিল, "I am nothing if not critical" কিন্তু সাধাৰণ পঢ়ুৱৈ এজনৰ বিষয়ে ক'বলৈ গৈ তেওঁ মেকলেৰ প্ৰতি আঙুলিয়াই দি কৈছে, "He has taste but not the critical power."

ওপৰৰ বক্তব্যত আমি এজন সমালোচক আৰু ৰসিক পঢ়ুৱৈৰ মাজৰ পাৰ্থক্যটো ফুটাই তুলিছোঁ। এইখিনিতে সমালোচনামূলক সাহিত্য পাঠৰ প্ৰয়োজনীয়তা উপলব্ধি কৰিব পাৰি। সেইবাবেই প্ৰায় প্ৰত্যেক ভাষাতে স্বীকৃত সমালোচকৰ সমালোচনাৰাজি বিশ্ববিদ্যালয়ৰ পাঠ্যৰূপে নিৰ্দ্ধাৰিত হোৱাৰ উপৰিও প্ৰত্যেক ৰস-পিপাসুৱে শ্ৰদ্ধাৰে তাক অধ্যয়ন কৰি চিন্তাজগতত নিজকে সুপ্ৰতিষ্ঠিত কৰাৰ প্ৰচেষ্টা চলায়। সেই দিশৰপৰা অসমীয়া পঢ়ুৱৈৰ বাবে বাণী-সাহিত্যৰ অধ্যয়ন অনস্বীকাৰ্য। আমাৰ সৌভাগ্য যে আমাৰ ভাষাত নব্য সমালোচনা পদ্ধতিৰ গুৰি ধৰোঁতা একক ব্যক্তি হিচাপে ডঃ কাকতিক পাইছিলোঁ। অসমীয়া পুৰণি আৰু আধুনিক সাহিত্য-সমালোচনাৰ উৎকৃষ্ট নিদৰ্শন তেখেতে দি গৈছে। হেজলিটৰ সমালোচনাৰাজিত ইংৰাজী সাহিত্যৰ সৌন্দৰ্য, সাহিত্যিকৰ সৃষ্টিকাৰ্যৰ "টেক্‌নিক্" আদি সম্পৰ্কে যিদৰে জানিব পাৰোঁ সেইদৰে কাকতিৰ সমালোচনাৰাজিয়ে পুৰণি আৰু আধুনিক সাহিত্য ৰাজিৰ যিখিনি সুন্দৰ আৰু ৰমণীয় তাক আমাৰ আগত ডাঙি ধৰাৰ লগতে বিভিন্ন যুগৰ সাহিত্য-প্ৰকৃতি, সাহিত্যৰ টেকনিক আদিও উজলাই তুলিছে। আমাৰ গ্ৰন্থত বাণী-সাহিত্যৰ এনেবোৰ দিশৰ-প্ৰতি লক্ষ্য ৰাখি আলোচনাৰ অৱতাৰণা কৰা হৈছে। ইয়াৰ দ্বাৰা আমি কাকতিৰ বিশ্লেষণী প্ৰথাৰ বৈশিষ্ট্যখিনি পাঠকৰ সন্মুখত তুলি ধৰিবলৈ যত্ন কৰিছোঁ। আমাৰ বোধেৰে তেখেতৰ চিন্তাপ্ৰসু আৰু প্ৰণালীবদ্ধ আলোচনা-পদ্ধতি আৰু ভাৱসাম্যপূৰ্ণ যুক্তিৰ অন্তৰালত অধ্যয়নপুষ্ট মনৰ প্ৰজ্ঞাদৃষ্টি বিৰাজমান। এই দিশলৈ পাঠকক লৈ যাবলৈ আমি কাকতিৰ প্ৰথম প্ৰবন্ধ "ৰস"ত তাক প্ৰতিপন্ন কৰি দেখুৱাইছোঁ। তাৰপাছত তেখেতৰ বিষয়-নিৰ্বাচন পদ্ধতি আৰু যি কোনো বিষয়কে সৃষ্টিশীল

আলোচনাৰ মাধ্যমত কিদৰে মহত্বপূৰ্ণ কৰি তুলিছে তাকে দেখুৱাবলৈ চেষ্টা কৰা হৈছে—"সাহিত্য আৰু প্ৰেম" পুথিৰ প্ৰবন্ধৰাজিৰ আলোচনা তত্ত। সেইদৰে পুৰণি অসমীয়া সাহিত্যৰ আলোচনা ৰাজিৰ যোগেদি প্ৰকৃত সমালোচকৰ নিৰ্ভীক পদক্ষেপ আৰু সৃজনশীলতা প্ৰতিপন্ন কৰিবলৈ যত্ন কৰা হৈছে। উল্লেখযোগ্য যে, পুৰণি অসমীয়া সাহিত্য সম্পৰ্কত কাকতিদেৱে যিবোৰ সিদ্ধান্ত দি গৈছে সেইবিষয়ত কোনেও আজিলৈ দ্বিমত হব পৰা নাই, আৰু তাতোকৈ আনে বেছি কথা কব পাৰিছে বুলিও আমাৰ ধাৰণা নহয়। অৱশ্যে "বৰগীত"ৰ আলোচনাত কাকতিয়ে সাংগীতিক দিশটোৰ ওপৰত কোনো ৰেখাপাত কৰা নাই বুলি আমি পুথিত উনুকিয়াইছোঁ। সেইবিষয়ে বৰ্ত্তমানে আলোচনা হৈছে। কিন্তু এইটোও ঠিক যে, উক্ত পুথিৰ কোনো কোনো ৰচনাৰ মনোহাৰিত্বই ৰাফেলৰ প্ৰখ্যাত ছবিৰ দৰেই যেন সদায়ে মানুহক অনুপ্ৰাণিত কৰিব।

আধুনিক সাহিত্য-শিতানৰ আলোচনাত আমি তেখেতক এটা নতুন পথত অৱতীৰ্ণ হোৱা দেখিবলৈ পাইছোঁ। অথচ সেই দায়িত্ব পালন কৰোঁতে তেখেতৰ কোনো দ্বিধা ভাবতো আমি দেখা নাই, বৰং সেই দায়িত্ব নিয়াৰিকৈ পালন কৰি বলিষ্ঠ মনোভাবৰ পৰিচয়হে দিছে। এই মনোভাবক ব্যক্তিগত জীৱনৰ পৰিচয় বা সামাজিক সম্পৰ্কই কলুষিত কৰিব নোৱাৰাটোহে কাকতিৰ কৃতিত্ব। শ্ৰীঅম্বিকাগিৰী ৰায়চৌধুৰীদেৱৰ লগত তেখেতৰ ঘনিষ্ঠতা কেইবাটাও কাৰণত। সেইদৰে কবি ডুৱৰাৰ লগত তেওঁৰ ব্যক্তিগত জনাশুনা। কিন্তু তেখেতসকলৰ লিখনি বিচাৰ কৰোঁতে কাকতি ইয়াৰ দ্বাৰা সামান্য পৰিমাণেও প্ৰভাবিত হৈছিল বুলি কব নোৱাৰি। জনা যায়, কাকতিয়ে যাকে-তাকে পাতনি লিখি দিবলৈ সম্মত নহৈছিল। কথা-কবিতাৰ পাতনি লিখোঁতে এঠাইত "কবি টিলিকা" বুলি উল্লেখ কৰি মগজহীন লিখকক তাচ্ছিল্য কৰিছে। সেই কাৰণে দুই-একে তেওঁক ভুল-বুজাবো অৱকাশ থাকিব পাৰে। কিন্তু সেইটো যুক্তিসংগত বুলি আমি নাভাবোঁ। কাৰণ কাকতি সদায় নিৰ্ভীক আৰু সাহিত্য-বিচাৰত বাহিৰা আড়ম্বৰ দেখি ভোল যোৱা মানুহ নাছিল। শ্ৰীযুতা ধৰ্মেশ্বৰী দেৱী বৰুৱানীৰ "ফুলৰ শৰাই" নামৰ কবিতা পুথিখনৰ পাতনিত লিখা মন্তব্যটিয়ে তেখেতৰ বলিষ্ঠ মনোভাবৰ পৰিচয় ভাঙি ধৰিছে,—"ফুলৰ শৰাইৰ প্ৰতিটি কবিতাতেই তেওঁ নিজে হৃদয়ৰ আত্মচৰিত লিখি নৰনাৰায়ণৰ সেৱালৈ আগবঢ়াইছে। কবিতাবোৰ সংসাৰৰ তাড়নাত নিষ্পেষিত হিয়াৰ অমৃত নিছানি।

যাতনাত উথলি উঠা সকলো গৰল বচয়িত্ৰীয়ে অসীম ধৈৰ্যৰে নিজেই গ্ৰাস কৰিছে। শোক দুখৰ ইঙ্গিত কবিতাবোৰত ক'তো নাই। সাধাৰণ কবিৰ দৰে বচয়িত্ৰীয়ে হিয়া উদলাই আমাক কৰুণ বিননি শুনোৱা নাই। অসীম সংযমৰ ভিতৰেৰে তেওঁ দেখুৱাইছে য'ৰপৰা ভয় তাৰপৰাই অভয় আহিব পাৰে। ( যতো ভয়মভয়ং তন্মো অস্তু ) ।'

কাকতিৰ আধুনিক সাহিত্য সমালোচনাৰ ক্ষেত্ৰ প্ৰশস্ত নহয়। এখন নাটক আৰু কেইখনমান কবিতা পুথিৰ পাতনিতে এনে সমালোচনা সীমাবদ্ধ হৈ আছে। জনা যায়, এই ক্ষেত্ৰত তেখেতে কিছু আঁচনি কৰিছিল যদিও অকালতে স্বৰ্গ হোৱাত তাক ফলৱতী কৰি তুলিব নোৱাৰিলে।

কাকতিৰ যে এটি নিজস্ব ষ্টাইল আছে, সেইটো ভাঙি ধৰিবলৈকে আমি তেখেতৰ অনুবাদৰ আহি আৰু ৰচনাশৈলীৰ ওপৰত বেখাপাত কৰিছোঁ। শ্ৰীলক্ষেশ্বৰ শৰ্মা অনুদিত "মাতৃ" নামৰ পুথিখনৰ পাতনিত, কাকতিৰ অনুবাদ-সম্পৰ্কীয় মনোভাবটি ফুটি উঠিছে। তেখেতে কৈছে, "অনুবাদকৰ কাম অতি জটিল। তেওঁ এফালে মূল গ্ৰন্থৰ সকলো সাৰ-মৰ্ম ফটফটীয়াকৈ উপলব্ধি কৰিব আৰু আনফালে সেই মৰ্মে নিজ ভাষাৰ স্বাভাবিক ঠাঁচেৰে মূলৰপৰা বৰ বেলেগ নোহোৱাকৈ প্ৰকাশ কৰিব লাগিব। সাহিত্যৰ গুণগ্ৰাহী আৰু নিজ ভাষাত অশেষ আধিপত্যশালী লিখক নহ'লে ভাঙনি সফল হব নোৱাৰে বিশেষতঃ ভাব-বহুল গ্ৰন্থৰ ভাঙনিত।" সমালোচকৰ ভাষা আৰু তাৰ প্ৰকাশিকা শক্তি এটি অপৰিহাৰ্য [illegible]াপুকগীয়া সম্পদ। বহু সমালোচকে জীৱনৰ কোনো এটি সময়ত কমকৈ হলেও গল্প-কবিতা আদি ৰচনা কৰি ভাষাৰ ওপৰত নিজৰ দখল আয়ত্ত কৰি লয়। কাকতিৰ ক্ষেত্ৰত তেনে কোনো দৃষ্টান্ত আমি নাপালেও তেখেতৰ ভাষা আৰু ভাবৰ বৈশিষ্ট্যপূৰ্ণ প্ৰকাশভঙ্গী মন কৰিবলগীয়া। ছাত্ৰ আৰু সাহিত্য সেৱীয়ে ইয়াৰ অনুশীলন কৰিলে উপকৃত হব বুলি আমাৰ বিশ্বাস।

অসমীয়া জাতিলৈ কাকতিৰ কালজয়ী অৱদান তেখেতৰ গৱেষণাসম্ভাৰ। তেখেতৰ গৱেষণাৰ আটাইতকৈ লক্ষণীয় বিষয় হ'ল, আন্তৰিক অনুৰাগ। এনে অনুৰাগ নহ'লে কোনো সাধনাই সফল হব নোৱাৰে। সত্যৰ প্ৰতি একান্ত আগ্ৰহে কাকতিক এই পথত আগুৱাই যাবলৈ প্ৰেৰণা দিছিল। সেইবাবেই তেখেতে ইংৰাজী ভাষা-সাহিত্যত সুখ্যাতিৰে ডিগ্ৰী লাভ কৰা সত্বেও অসমীয়া ভাষাৰ স্বকীয় বৈশিষ্ট্য প্ৰমাণ কৰিবলৈ গৱেষণা চলাইছিল।

জাতীয় সংস্কৃতিৰ প্ৰতি তেখেতৰ গভীৰ অনুৰাগ থকাৰ প্ৰমাণ পাইছোঁ

ভাৰতীয় তথা অসমীয়া সংস্কৃতিৰ তথ্য অনুসন্ধানত। তথ্য আৰু তত্ত্ব দুয়োটাকে ভেৰেণ্ডে ইয়াত বিচাৰ কৰি সংস্কৃতিৰ প্ৰকৃত ৰূপটো উদঘাটন কৰিছে। ভেৰেণ্ডৰ উক্ত বিষয়ৰ পুথি কেইখনত ঈশ্বৰ-তত্ত্ব আৰু মানৱ সমাজ সম্পৰ্কে আলোচনা চলাইছে। এই আলোচনাবাজি স্বকীয় মহিমাৰে মহিমান্বিত।

একেদৰেই উল্লেখনীয় কাকতিৰ "বিজুলী" প্ৰবন্ধবাজি। এই পুথিত আমি সেইবিলাকৰ বিষয়ে এটি আভাসহে দিয়লৈ চেষ্টা কৰিছোঁ। পুংখানুপুংখ আলোচনা কৰা নাই। পুথি আকাৰে প্ৰকাশ নোহোৱাৰ ফলত প্ৰবন্ধসমূহ এতিয়াও বহুতৰে অজ্ঞাত।

বৈজ্ঞানিক সমালোচনা পদ্ধতিৰ কথাই বহুতৰে মনত বিভ্ৰান্তিৰ সৃষ্টি কৰা দেখা যায়। আমাৰ সাহিত্যত এই বিষয়ে যথোচিত আলোচনা নোহোৱাটোৱে ইয়াৰ এটা কাৰণ হব পাৰে। অৱশ্যে ব্যক্তিবিশেষৰ হাতত ইয়াৰ অনুশীলন আৰু চৰ্চা হৈ আহিছে। যদিও সকলোৰে পক্ষে ইয়াক অনুসৰণ কৰা সম্ভৱ নহয়। আমাৰ ভাবাত প্ৰকৃত সমালোচনাৰ প্ৰতি অনীহা থকাৰ ইয়ো এটি কাৰণ। চৰ্চা আৰু আলোচনাৰ বাট সুগম কৰি সেই অনীহা আঁতৰাই এটি উপযুক্ত পৰিবেশ গঢ়ি তুলিব পৰা যাব বুলি আমাৰ ধাৰণা। সেই ধাৰণাৰ বশবৰ্তী হৈ আমি ডঃ কাকতিৰ সাহিত্য আলোচনাৰ লগতে এটি সুকীয়া বিভাগত বৈজ্ঞানিক সমালোচনা পদ্ধতি আৰু তাৰেই ভেটিত কাকতিৰ বৈশিষ্ট্যবাজি ফঁহিয়াই দেখুৱাবলৈ যত্ন কৰিছোঁ। কোনো আঁহি আজি নোহোৱাকৈ এনে আঁচনিৰে কাম কৰি তাৰ সফলতা-বিফলতাৰ বিচাৰ বিদগ্ধজনলৈ এৰিলোঁ।

আমি এই পুথিত ডঃ কাকতিৰ সাহিত্য আলোচনা কৰিবলৈ লৈছোঁ যদিও তাৰ জৰিয়তে পৰাপক্ষত অসমীয়া সাহিত্য জগতৰ এটি চমু খতিয়ান তুলি ধৰা হৈছে। কাকতি ঔপন্যাসিক, গল্পকাৰ বা নাট্যকাৰ, কবি নাছিল। তথাপি কাকতিৰ সাহিত্য সমালোচনা প্ৰসঙ্গত বিবোধ আনুসঙ্গিক সাহিত্যৰ সন্ধান পোৱা গৈছে তাৰ ওপৰত সুচিন্তিত মতামত ডাঙি ধৰাৰ উপৰিও ঐতিহাসিক দৃষ্টিকোণৰ ফালৰ পৰা অসমীয়া সাহিত্যত তাৰ স্থান নিৰ্ণয় কৰি দেখুওৱা হৈছে। এই ক্ষেত্ৰত আমাৰ নিজা বিশ্লেষণৰ লগতে কাকতিৰ সম্পৰ্কত বিদগ্ধজনৰ মতামতকো যথাস্থানত আগবঢ়াই ভেৰেণ্ডৰ সাহিত্য-কৃতিৰ এটি পূৰ্ণাঙ্গ ৰূপ ডাঙি ধৰিবলৈ চেষ্টা কৰা হৈছে। এটি সামগ্ৰিক ধাৰণা পাঠকৰ আগত তুলি ধৰিবলৈ ঐতিহাসিক পটভূমিত কাকতিৰ জীৱনালেখ্য এটিও সন্নিবেশ কৰিছোঁ। ইয়াৰ দ্বাৰা

অসমীয়া সাহিত্যত ডঃ কাকতিৰ অভ্যুদয় আৰু পৰিপূৰ্ত্তিৰ বিষয়ে সম্যক ধাৰণা দিব পাৰিব বুলি আমি আশা কৰিছোঁ। এই সকলোখিনি অনুধাবন কৰিলেহে আমাৰ আঁচনিৰ গুৰুত্ব উপলব্ধি কৰিব পাৰিব।

সাহিত্য জগতত সীমাৰেখা টনা নাযায়। তেনে বিভাজন একপ্ৰকাৰে অন্যায়। কিন্তু দেহৰ সীমাৰে হেজলিট্ আমাৰ যিমান আপোন নহয় যিমান বেছি আপোন বাটিকুৰিহাৰ এই মানুহগৰাকী। সঁচাই যদি আমি আজি তেখেতক পাহৰিছোঁ তেন্তে আপোনজনক পাহৰি দূৰৰ জনক আপোন কৰিবলৈ ধোৱাটো শোভা পায় জানো! জ্ঞান-সাধনাৰ অকৃত্ৰিম পূজাৰী আছিল বাণীকান্ত। চৰকাৰী উচ্চ পদৰ মোহকো তেওঁ ত্যাগ কৰিব পাৰিছিল। মনৰ এই অনন্ত গতিৰ উঁহ ক'ত! কাকতিৰ সাহিত্য-বিশ্লেষণৰ কামত এনে কেতবোৰ ভাৱধাৰাৰ দ্বাৰা বেছিকৈ আকৃষ্ট হৈছিলোঁ। বহু দূৰাগত সেই পুৰুষজনাৰ ঔদাৰ্যপূৰ্ণ মনটোক জানিবলৈ ইচ্ছা হৈছিল। মনৰ এই তাড়না তীব্ৰ হৈ উঠিছিল আমাৰ জাতিৰ অতীত আৰু বৰ্তমানৰ পিনে দৃষ্টি পেলাই।

সমালোচনা, সৃষ্টিশীল সাহিত্যৰ দৰেই তাৎপৰ্যপূৰ্ণ যদিও কোনো বিশিষ্ট সমালোচকৰ সমালোচনা—সাহিত্যৰ ওপৰত গ্ৰন্থ ৰচনা কৰা দৃষ্টান্ত আমাৰ ভাষাত নাই। গতিকে এই প্ৰচেষ্টা হাতত লৈ নিজা দৃষ্টি-ভঙ্গীৰে কামত আগ-বাঢ়িবগীয়া হৈছে। নিজা ৰীতি অৱলম্বন কৰি কি সঙ্কুল পথলৈ ভৰি আগবঢ়াইছোঁ তাক সুধীবৰ্গই বিচাৰ কৰি চাব। অৱশ্যে মনৰ ভৰসা নথকাও নহয়। আমাৰ কাৰ্যৰ সমীক্ষা কৰিবলৈ পাণ্ডুলিপিৰ একাংশ আমি কলিকতালৈ যোৱাৰ আগতে জৱাহৰলাল নেহৰু অধ্যাপক শ্ৰীযুত মহেশ্বৰ নেওগদেৱক দেখুৱাইছিলোঁ। তেখেতে থাউকতে চকু ফুৰাই আৰু দুই-এটা বৰ্ণাশুদ্ধিলৈ আঙুলিয়াই দি আমাৰ কাৰ্যৰ শলাগ লৈছিল। মৌলিক হলেও ইয়াৰ দ্বাৰা আমি উৎসাহিত অনুভৱ কৰিছিলোঁ। আমাৰ ইচ্ছা আছিল ডঃ কাকতিদেৱৰ গুৰুস্থানীয় বন্ধৰ ধনামধন্য পণ্ডিত ডঃ সুনীতিকুমাৰ চেটাৰ্জীৰ হতুৱাই পুথিখনৰ এখনি পাতনি লিখোৱাৰ। বন্ধু এজনৰ যোগে তেখেতক এই অভিপ্ৰায় জনোৱাত এই নিৰাভিমানী পণ্ডিত গৰাকীয়ে এইদৰে জনাইছিল, বাণীকান্ত কাকতিক তেওঁ ভালদৰে জানে যদিও, কাকতিৰ সমুদায় কিতাপ নপঢ়াকৈ আৰু অসমীয়া ভাষাৰ সম্পূৰ্ণ ব্যুৎপত্তি নথকাকৈ কাকতিৰ সাহিত্য-বিষয়ক সেই ভাষাত ৰচিত গভীৰ আলোচনামূলক পুথিৰ পাতনি লিখিবলৈ আগবঢ়াটো উচিত নহব। এই কথাত আমি সন্তুষ্ট হৈ ১৯৬৬ চনত বন্ধু এজনৰ হতুৱাই সম্পূৰ্ণ পাণ্ডুলিপিটো গুৱাহাটী বিশ্ববিদ্যালয়ৰ

সংস্কৃত বিভাগৰ অধ্যাপক শ্ৰীযোগীৰাজ বসুৰ ওচৰলৈ পঠিয়াই দিওঁ। তেখেতে তেতিয়া বিলম্ভ আছিল আৰু তাতেই পুথিখন আগ্ৰহেৰে পঢ়ি চাই মন্তব্য এটি লিখি বিশ্বাসী লোকৰ হতুৱাই কলিকতালৈ পঠিয়াই দিয়ে। তেতিয়াও ডঃ বসুৰ লগত আমাৰ ব্যক্তিগত সাক্ষাত বা কথা-বতৰা হোৱাৰ সুবিধা ওলোৱা নাছিল। কিন্তু ভাবপিছতো দীৰ্ঘদিন পাৰ হৈ যায় আৰু কামৰ ব্যস্ততাত থাকি পুথিখন প্ৰকাশৰ একো দিহা কৰিব পৰা নাছিলোঁ। ১৯৬৫ চনতহে লিখি উলিওঁৱা এই পুথিৰ বিষয়-বস্তুত স্বাভাৱিকতে কিছুমান অদল-বদল কৰা হয়। এইবাৰ ইচ্ছা থকাতো ডঃ বসুৰ লগত যোগাযোগ কৰিব পৰা নহয়। ফিয়ে নহওঁক তেখেতৰ পূৰ্ব মন্তব্যটি যথাযথভাবে ছপাই দিলে পুথিৰ বিষয়বস্তুবোৰ সম্পূৰ্ণ ৰূপে সামৰি নলব বুলি ভাবিয়ে তাৰপৰা লাগতিয়াল কথাখিনিকেই ভূমিকাত সন্নিবেশ কৰিলোঁ, তেখেতে লিখিছিল,—

'...কাকতি প্ৰধানকৈ সমালোচক আৰু প্ৰবন্ধকাৰ আছিল। গ্ৰন্থকাৰে কাকতিৰ সাহিত্য সৃষ্টিৰ বিভিন্ন দিশ উজলাই তুলিবলৈ যথেষ্ট কষ্ট স্বীকাৰ কৰিছে। ছাত্ৰ আৰু সাধাৰণ পঢ়ুৱৈয়ে কাকতিৰ সাহিত্য নিৰ্ভুলভাৱে আৰু সহজে হৃদয়ঙ্গম কৰাৰ পিনে দৃষ্টি ৰাখি গ্ৰন্থকাৰে সেই সময়ৰ সাহিত্য পটভূমিত ৰেখাপাত্ত কৰিছে লগতে উক্ত সময়-ছোৱাৰ সাহিত্য বুৰঞ্জীৰ এটি চমু খতিয়ান দিছে। গ্ৰন্থকাৰৰ যুক্তিৰ সমৰ্থনত প্ৰত্যেকটো আলোচনাতে মূল পুথিৰ পৰা প্ৰচুৰ উদ্ধৃতি উপযুক্তভাবে সন্নিবেশ কৰিছে। কলেজ আৰু বিশ্ববিদ্যালয়ৰ শিক্ষা-বিধিত ডঃ কাকতিৰ কেইখানো পুথি অনুমোদন কৰা হৈছে। মূল পুথিসমূহৰ ভাবধাৰা উপলব্ধি কৰি তাৰ যথাৰ্থতা প্ৰমাণ কৰাত শৰ্মাৰ কিতাপখনে ছাত্ৰসকলক বিশেষভাৱে সহায় কৰিব। শৰ্মাৰ কিতাপ-খনৰ বাহিৰে কাকতিৰ সাহিত্য বিষয়ক আলোচনাৰ পুথি দ্বিতীয় এখন নাই। এই বিষয়ত অন্য এক লিখকৰ জীৱনী পুথি এখন আছে।"

কলেজ আৰু বিশ্ববিদ্যালয়ৰ পাঠ্যক্ৰমত ডঃ কাকতিৰ কিতাপ অনুমোদিত হৈছে যদিও তেখেতৰ সমালোচনা বা গবেষণা পদ্ধতিৰ দিশলৈ ছাত্ৰক অনুপ্ৰেৰিত কৰা নহয় বুলি আমি ব্যক্তিগত অভিজ্ঞতাৰ পৰাই কব পাৰোঁ। এই অভাৱ সামান্য পৰিমাণে পূৰণ কৰিব পাৰিলেও আমাৰ প্ৰয়াস উদ্দেশ্য সফল হোৱা বুলি ভাবিম। ডঃ বসুৰ অভিমত আমাৰ বাবে বিশেষ প্ৰেৰণাদায়ক বুলি গ্ৰহণ কৰিছোঁ, তেখেতে লিখিছে ,—

"কাকতিৰ সমালোচনামূলক প্ৰবন্ধৰ আলোচনাত প্ৰতিখন ৰচনাৰ ঐতিহাসিক আৰু সাহিত্যিক মূল্যায়ন নিৰূপণ কৰিবলৈ গ্ৰন্থকাৰে পাৰ্যমানে সেইবোৰৰ গভীৰ বিশ্লেষণত নামি পৰিছে। তেওঁ কাকতিৰ style আৰু গবেষণা ৰীতিৰো আলোচনা কৰিছে। এক কথাত ক'বলৈ গ'লে গ্ৰন্থকাৰে বিষয়টোৰ প্ৰতি উচিত বিচাৰ কৰিবলৈ চেষ্টা কৰিছে। আৰু তেওঁৰ এই মহৎ উদ্যমত সাৰ্থকতা লাভ কৰিব পাৰিছে। অসমীয়া সাহিত্যলৈ ডঃ বাণীকান্ত কাকতিৰ অৱদান কালজয়ী হৈ আছে। অসমীয়া সাহিত্য আকাশত তেওঁৰ নামটো ধ্ৰুৱতৰাৰ দৰে জিলিকি থাকিব। সেই অদ্বিতীয় প্ৰতিভাৰ প্ৰতি শৰ্মাৰ কিতাপখন উন্মুক্ত শ্ৰদ্ধা আৰু উপযুক্ত প্ৰশংসাৰ প্ৰতীক। কাকতিৰ সাহিত্যিক প্ৰতিভাৰ বিষয়ত অগ্ৰদূত হিচাপে এই গ্ৰন্থখন অসমীয়া সাহিত্যত যোগ্যস্থান অধিকাৰ কৰিব। গ্ৰন্থকাৰৰ সৰ্বাঙ্গীন সাফল্য আৰু কিতাপখনৰ জনপ্ৰিয়তা মই সৰ্বান্তঃকৰণে কামনা কৰিলোঁ।"

এই পুথি ৰচনাৰ ক্ষেত্ৰত কাকতিৰ মূল পুথিসমূহ আৰু প্ৰয়োজনীয় আলোচনী আদি বিচাৰি কেইবাঠাইতো হতাশ হবলগীয়া হৈছিল। বিশেষকৈ পুৰণি "বাঁহী" আলোচনী বিচাৰি আমি হাবাথুৰি খাইছিলোঁ। এই বিষয়ত জয়ন্তীৰ সম্পাদক স্বৰ্গীয় শুক্লেশ্বৰ বৰাদেৱৰ সহযোগ আমাৰ মনত থাকিব। "নিউ প্ৰেছৰ" পৰা ওলোৱা সাপ্তাহিক "অসমীয়া" কাকতত সাময়িকভাবে কাম কৰোঁতে তেখেতৰ লগত হোৱা পৰিচয়ৰ সূত্ৰ ধৰি বৰাদেৱে আমাৰ প্ৰয়োজনীয় বাঁহী কেইখন তেখেতৰ নিজ ঘৰতে পঢ়াৰ ব্যৱস্থা কৰি দিছিল। নবীন বৰদলৈ পুথিভঁড়ালৰ গ্ৰন্থাগাৰিক শ্ৰীমুৰাৰি দাসেও আমাৰ কাৰ্যৰ গুৰুত্ব বুজি পুৰণি বাঁহীৰ বিকেইটা সংখ্যা অব্যৱহাৰত পৰি আছিল তাকে উলিয়াই দিছিল। ডঃ বসুদেৱে নানান ব্যস্ততাৰ মাজতো আগ্ৰহেৰে আমাৰ পুথিখনি পঢ়ি সুস্থিৰ মতামত দি আমাক কৃতজ্ঞ কৰিছে।

এনে এখন পুথি ৰচনা কৰি উলিওৱাত আমি ভালেখিনি সময় আৰু পৰিশ্ৰম ব্যয় কৰিবলগীয়া হৈছে যদিও ডঃ কাকতিৰ স্মৃতিৰ প্ৰতি যোগ্য শ্ৰদ্ধাৰ্ঘ হবলৈ সক্ষম হ'লেই শ্ৰম সাৰ্থক হৈছে বুলি ভাবিম। এইখিনিতে উল্লেখিয়াই থওঁ যে, অ'ত-ত'ত সিচৰতি হৈ থকা কাকতিৰ প্ৰবন্ধ-ৰচনাদি সৰ্বাংশে এইপুথিত সামৰি লোৱা হোৱা নাই। পুথিখনৰ কিবা দোষ-ত্ৰুটি থাকিলে সেইবিষয়ে বিজ্ঞজনৰ পৰা উপযুক্ত পৰামৰ্শ পাবলৈ আশা কৰিলোঁ।

এইখিনিতে ড. মহেশ্বৰ নেওগদেৱলৈ মোৰ কৃতজ্ঞতা জনাইছোঁ।

শ্ৰীযুত পৰাগ চলিহাদেৱে পুথিখন বিশেষ যত্নেৰে পঢ়ি চাই দুই-এটা বৰ্ণাশুদ্ধি দেখুৱাই দিয়াৰ লগতে মোক উৎসাহিত কৰা বাবে তেখেতৰ প্ৰতি মই কৃতজ্ঞ হৈছোঁ। ডঃ বসুৰ লগত যোগাযোগ কৰি দিয়াৰ বাবে বন্ধুবৰ প্ৰিয়াংশু প্ৰবাল উপাধ্যায় এম. এ. মোৰ ধন্যবাদৰ পাত্ৰ। পুথিৰ অংশবিশেষ মোৰ ভাই শ্ৰীমান ভগবান শৰ্মাই নকল কৰি দিছে। তদুপৰি কম সময়ৰ ভিতৰতে পুথিৰ বাবে যুগুতোৱা শব্দ সূচীখন প্ৰণালীবদ্ধ ভাবে সজাই টাইপ কৰি দিছে শ্ৰীমতী অঞ্জলি মজিন্দাৰ বৰুৱা আৰু শ্ৰীমান দেৱ গগৈয়ে। এওঁলোকে আটাইৰে ভৱিষ্যত উন্নতি কামনা কৰিলোঁ। পুথিখনৰ গুৰুত্ব বুজি পাই প্ৰকাশ কৰিবলৈ আগবাঢ়ি অহা বাবে নিউ বুক ষ্টলৰ স্বত্বাধিকাৰী শ্ৰীযুত বম দত্ত আমাৰ সন্মানৰ পাত্ৰ।

বিনোদ শৰ্মা।

# পটভূমি

অসমীয়া সাহিত্যৰ ইতিহাস ৰচনা কৰা এই পুথিৰ উদ্দেশ্য নহয়। কিন্তু পটভূমি বাদ দিলে চিত্ৰ এখন সম্পূৰ্ণ নোহোৱাৰ দৰে ডঃ বাণীকান্ত কাকতিৰ সাহিত্য সুস্পষ্ট ভাবে বুজাত অন্তৰায়ে দেখা দিব। শকুন্তলাৰ দৰে এগৰাকী আঙলী, সুন্দৰী জীয়ৰীৰ ৰূপ ফুটাই তুলিবলৈ কালিদাসে নিৰ্বাচন কৰিছিল আশ্ৰমৰ শান্ত, সমাহিত প্ৰকৃতি বক্ষ। তাক বাদ দিলে শকুন্তলাৰ ৰূপৰ সুষমা বহুখিনি হেৰাই যাব।

বৰ্তমান অসমীয়া সাহিত্যৰ আৰম্ভণি হয় বুলিছ মিছনাৰীসকলৰ অসঁম আগমনৰ লগে লগে। নতুন ভাৱধাৰা, নতুন গদ্যভঙ্গী আদিৰ যোগেদি অসমীয়া সাহিত্যই এই সময়তে স্বকীয়া গঢ় লয়, যাৰ লগত পূৰ্বৰ সাহিত্য সৃষ্টিৰ নীতি নিয়মৰ বাহি জোৰা নাহে। এইটো উপন্যাস, গল্প, কবিতা, আলোচনী, খবৰ কাকতৰ যুগ। অসমীয়া সাহিত্য জগতত ইয়াক গঢ় দি লওঁতে মিছনাৰীসকলৰ লগতে উজান দিয়ে আমাৰ ঢেকিয়াল ফুকন, গুণাভিৰাম, হেমচন্দ্ৰ আদিয়ে। সমালোচকৰ মতে এই সময়ৰ সাহিত্যত স্বদেশানুৰাগৰ ভাব আছিল যদিও কোনো "মৌলিক সাহিত্য"ৰ সৃষ্টি হোৱা নাছিল। নোহোৱাটোত আচৰিত হ'বলগীয়া একো নাই। কাৰণ তেতিয়া অসমীয়া সাহিত্য ক্ষেত্ৰত পাশ্চাত্য সাহিত্যৰ যেন প্ৰথম পাঠ আৰম্ভ হৈছিল। কিন্তু লাহে লাহে ইয়াৰ পূৰ্ণাবয়ৱ পাঠৰ আয়োজন চলিবলৈ ধৰিলে। ১৮৮৮ চনত কলিকতা প্ৰবাসী অসমীয়া ছাত্ৰসকলে "অসমীয়া ভাষা উন্নতি সাধিনী সভা" গঠন কৰে আৰু ভাষা সাহিত্যৰ জাগৃতিৰ হকে কাম কৰিবলৈ সংকল্প লয়। এই সভাই ১৮৮৯ চনত উল্লেখযোগ্য "জোনাকী" আলোচনী উলিয়ালে। শ্ৰী বেণুধৰ শৰ্মাদেৱে "চুণৰি"ত লিখিছে, "পাশ্চাত্য সভ্যতাৰ লগত হাট-বাট হোৱাৰ ফলস্বৰূপে "জোনাকী" যুগীয়া সাহিত্যিক সকলৰ মাজত ধি নৱজাগৰণৰ

প্ৰেৰণা সোমাল সেয়ে "জোনাকী"ৰ পাতত থিত দি সদৌ অসমৰ ছিলদলক ভাঙ্গি নিলে।"

এই সময়তে আমাৰ মাজলৈ আহিল এবিধ নতুন বিষয়ৰ সাহিত্য, Criticism বা সমালোচনা সাহিত্য। এই বিধৰ সাহিত্য প্ৰাচীন অসমীয়া সাহিত্যত একেবাৰেই নাছিল। সমালোচনা সাহিত্যৰ নিৰ্ধাৰিত সংজ্ঞা এটি দিবলৈ চেষ্টা নকৰাই ভাল। সাধাৰণ দৃষ্টিত সমালোচনা হ'ল, সম-আলোচনা অথবা সম্যক্ আলোচনা। এনে বিধৰ সাহিত্য আলোচনা আমাৰ বৈষ্ণৱ যুগ বা আহোম যুগৰ সাহিত্যত প্ৰতিফলিত হোৱাটো আশা কৰিব নোৱাৰি। সেই আলোচনা ইয়াত নিষ্প্ৰয়োজন।

# ডক্টৰ কাকতিৰ সাহিত্য

[ প্ৰথম ভাগ ]

## সমালোচনা

সাহিত্যিক আৰু সমালোচকৰ মাজত এটি সীমা আছে। দুয়ো শ্ৰেণী দুখন বেলেগ জগতৰ অধিপতি। সাহিত্যিকে সাহিত্য ৰচনা কৰে। তেওঁৰ সৃষ্টিত জীৱন আৰু জগতৰ বিচিত্ৰ ৰূপ স্পষ্ট হৈ উঠে। ইয়াৰ গভীৰতম সুৰটো তেওঁ দিব্যদৃষ্টিৰে উপলব্ধি কৰি লেখনীৰ মাজেদি তাক অনবদ্য ভঙ্গীত প্ৰকাশ কৰে। কিন্তু সমালোচকৰ কৰ্ত্তব্য সাহিত্যিকৰ সৃষ্টিকাৰ্যক সূক্ষ্ম দৃষ্টিৰে চালি-জাৰি চাই উচিত মূল্য নিৰূপণ কৰা। সাহিত্য ৰচনাৰ মাজত নিহিত হৈ থকা সূক্ষ্মভাব-অনুভূতিক বিচাৰশীল দৃষ্টিৰে আনৰ আগত প্ৰকট কৰা। অকল সেয়ে নহয়, সমালোচকে সৎ আৰু সুস্থ ভাবৰাশিক আদৰণি জনাই অসৎ ভাবক সাহিত্যৰ চাৰিসীমাৰ পৰা বহিষ্কাৰ কৰে। সাহিত্য জগতৰ তেওঁ সজাগ প্ৰহৰী।

যদিও দুয়োবিধক বেলেগ বোলা হৈছে, তথাপি একেজনাই দুয়োটা বিষয়কে সামৰি লোৱাৰ উদাহৰণো বিৰল নহয়। যি লিখক তেঁৱেই সমালোচকৰ ৰূপতো দেখা দিয়ে। বিশ্ব সাহিত্যলৈ চালে আমি দেখিম সপ্তদশ শতিকাৰ ইংৰাজী সাহিত্যৰ শ্ৰেষ্ঠ প্ৰতিনিধিস্থানীয় লিখক ড্ৰাইডেন আছিল সাহিত্য সমালোচনাৰ অগ্ৰদূত। একেদৰে আঙুলিয়াব পৰা যায় অষ্টাদশ শতিকাৰ বিদগ্ধ পণ্ডিত ডঃ জনচনলৈ। লিখক ৰূপে নহ'লেও সাহিত্য সমালোচক ৰূপে ডঃ জনচন সৰ্বজন সমাদৃত। আমাৰ জোনাকী যুগৰ জবিয়াল স্বৰূপ লক্ষ্মীনাথ বেজবৰুৱাদেৱো এই শ্ৰেণীৰ আছিল। এই দিশতে ডঃ কাকতিৰ বৈশিষ্ট্য ওলাই পৰে। তেওঁ আছিল একেবাৰে সাহিত্য সমালোচক আৰু গৱেষক।

বেজবৰুৱা বা আন আন খ্যাতনামা সাহিত্যিকসকলৰ দৰে তেওঁ নাটক, উপন্যাস, গল্প, কবিতা আদি ৰচনা কৰা নাছিল। গৱেষণামূলক প্ৰবন্ধ ৰচনা আৰু অন্যান্য পুথিত ডঃ কাকতিৰ সাহিত্যিক মনৰ সঁফুৰাটি মেল খাইছে। তেওঁ মৌলিক সাহিত্য সৃষ্টি কৰা নাছিল, কিন্তু সমালোচনামূলক প্ৰবন্ধ, ৰচনা, অনুবাদ অথবা কাহিনী পৰিবেশনৰ মাজেদি কিদৰে সাহিত্য প্ৰতিভাৰ বেঙণি বিবিঙি ওলাইছে সেই বিষয়ে পাছৰ অধ্যায়ত আলোচনা কৰিম।

সমালোচকৰ কৃতিত্ব নাইবা উদ্ভাৱনী শক্তিৰ পৰীক্ষা চলে তেতিয়া, যেতিয়া সেই দেশৰ বা সেই ভাষাৰ সাহিত্যৰাজি হয় প্ৰাচুৰ্যপূৰ্ণ। উৎকৃষ্ট বা টনকিয়াল সাহিত্যই জন্ম দিয়ে দক্ষ সমালোচকৰ। ইউৰোপত সাহিত্য-সম্ৰাট শেক্‌চ্‌পীয়েৰৰ সাহিত্যৰাজিয়ে সমালোচক বিশেষজ্ঞৰ উদ্ভাৱনাত সহায় কৰিছিল। অৰ্থাৎ এনে বিশাল, আৰু গভীৰ সাহিত্যৰাজিৰ তত্ত্বান্বেষণত আজীৱন লাগি থাকি এজোন সমালোচকে শেক্‌চপীয়েৰ সাহিত্যৰ বিশেষজ্ঞ নামেৰে খ্যাতি লাভ কৰিব পাৰিছিল। কিন্তু এই ঘটনাৰ আন এটা দিশো নোহোৱা নহয়। কেতিয়াবা সকলোৰে অগোচৰত পাৰি থকা অৱহেলিত সাহিত্যৰাজি প্ৰকৃত সমালোচকৰ সৃজনীমূলক প্ৰতিভাৰ সান্নিধ্যত মুক্তিৰ সন্ধান পাই বিজয় ডঙ্কাৰে নিনাদি উঠে। যেতিয়া এনে হয় তেতিয়া সেই ঠাইৰ সাহিত্যই সমালোচকৰ পৰা বহুত আশা কৰিব পাৰে। তেওঁ এনে কেতবোৰ পথৰ সন্ধান দি যায় যাৰ বিষয়ে আগতে কেৱে ভাবিব পৰা নাছিল। এনে পৰিকল্পিত পথেদি তেওঁ আগবঢ়াই লৈ যাবলৈ সক্ষম হয় যে, গন্তব্য স্থানত উপনীত হৈ আমি কেৱল মুগ্ধ হব পাৰোঁ। এই বিষয়ে অসমীয়া সাহিত্যৰ ক্ষেত্ৰত দুগৰাকী ব্যক্তিৰ নাম কৰিব পাৰোঁ; তেওঁলোক হ'ল লক্ষ্মীনাথ বেজবৰুৱা আৰু ডঃ বাণীকান্ত কাকতি। এই দুই ব্যক্তি একে হৈয়ো যেন পৃথক। বাণীকান্তৰ সাহিত্য-জগতখন প্ৰশস্ত আছিল, তাতোকৈ আছিল গভীৰ। সহজে চুকি নোপোৱা বিধৰ।

যি সময়ছোৱাত ডঃ কাকতি সাহিত্য জগতলৈ আগবাঢ়ি আহিছিল

সেই সময় ছোৱাক অসমীয়া সাহিত্যৰ যুগসন্ধি বুলিব পৰা যায়। প্ৰাচীন সাহিত্যৰ গণ্ডি কেতিয়াবাই বন্ধ হৈছিল। ন-কৈ যি আৰম্ভ হ'ল সি কোনো গোষ্ঠী সাহিত্য বা প্ৰাদেশিক ধৰ্মাচৰণৰ সাহিত্য নহয়। ই আছিল পাশ্চাত্য ভাৱধাৰাৰ দ্বাৰা পৰিপুষ্ট। যৰবলৈ ন-বোৱাৰী আদৰি অনাত আনন্দ আছে। কিন্তু তাৰ লগতে আছে শাহু-আইৰ সমস্যা। নতুন পৰিস্থিতিৰ লগত খাপ খুৱাই তুলিব পাৰিলেই অচিন কইনা সকলোৰে আপোন হৈ উঠিব। পাশ্চাত্য সাহিত্যও আমাৰ বাবে আছিল "অচিন কইনা।" কাৰণ আমি ৰামায়ণ-মহাভাৰতৰ কথা জানো; শঙ্কৰ-মাধৱে আমাক "কীৰ্ত্তন", "নামঘোষা" দিলে; আহোম ৰজাই দিলে বুৰঞ্জী, কিন্তু এইবাৰ আহিল গল্প, কবিতা, উপন্যাস অথবা ঠোৰতে Fiction বা কাল্পনিক সাহিত্য আৰু আহিল বাতৰি কাকত, আলোচনী ইত্যাদি। এই ধাৰা সাহিত্যক আদিৰ আনি আমাৰ সাহিত্যত নিগাজী আসন দিয়াৰ দায়িত্ব গ্ৰহণ কৰিলে এদল উৎসাহী লোকে।

"অসমীয়া সাহিত্যৰ ইতিবৃত্ত" ৰচোঁতা ডঃ শৰ্মাৰ মতে "অসম বিলাসিনী" কাকতেই (১৮৭১—১৮৮৩) সাহিত্য সমালোচনা আৰম্ভ কৰে। এই সমালোচনাই প্ৰকাশিত পুথিৰ দোষ-গুণহে বিচাৰ কৰিছিল। কিন্তু জোনাকী যুগত বেজবৰুৱাৰ হাতত সমালোচনা এখোপ ওপৰলৈ উঠে। তেওঁৰ "শঙ্কৰদেৱ" গ্ৰন্থকে আধুনিক সাহিত্যৰ প্ৰথম সমালোচনা গ্ৰন্থৰূপে বিবেচনা কৰা হয়। কিন্তু এই সময়তো অসমীয়া সমালোচনা সাহিত্য উল্লেখনীয় ৰূপত অৱতীৰ্ণ হোৱা নাছিল। বেজবৰুৱাৰ সমালোচনা বিশেষকৈ "পৰিচয়াত্মক" আৰু "প্ৰশংসাপৰ"। কিন্তু পূৰ্ণ-পৰ্যায়ৰ উন্নত সমালোচনাৰ জন্ম দিয়ে ডঃ কাকতিয়ে। তেওঁৰ হাততে অসমীয়া সাহিত্যৰ গৱেষণা আৰু সমালোচনা পদ্ধতিয়ে বিশিষ্ট ৰূপ গ্ৰহণ কৰে। এই খিনিতে ডঃ কাকতিৰ চমু সাহিত্য-ঐতিহ্য এটি ডাঙি ধৰা উচিত হব। তেখেতৰ আঠাৱন্ন বছৰীয়া জীৱন কালৰ ভিতৰত, "এছামিজ ইটছ ফৰমেছন এণ্ড ডেভলপ্‌মেন্ট", "পুৰণি কামৰূপৰ ধৰ্ম্মৰ ধাৰা", "কলিতা জাতিৰ ইতিবৃত্ত", "বিস্মৃবাইট ৰিথ্‌ছ এণ্ড লিজেণ্ডছ",

"মাডাৰ গডেছ কামাখ্যা,", "পুৰণি অসমীয়া সাহিত্য," "সাহিত্য আৰু প্ৰেম," "পখিলা," "ষ্টৰিজ ফ্ৰম এছামিজ হিষ্টৰী," "এছপেক্টছ অব আৰ্লি এছামিজ লিটাৰেচাৰ," "লাইফ এণ্ড টিছিংছ অব শঙ্কৰদেৱ," "ছংছ অব দি চেল" ইত্যাদি স্বৰচিত, সম্পাদিত আৰু অনুবাদিত পুথি অসমীয়া সাহিত্যলৈ দি গৈছে। ইয়াৰ ভিতৰত দুই এখন পুথি পূৰ্বে আলোচনীত প্ৰকাশিত প্ৰবন্ধৰ সঙ্কলন। এতিয়াও অপ্ৰকাশিত "বিজুলী" নামৰ এলানি সমালোচনামূলক প্ৰবন্ধ পুৰণি বাঁহীৰ পাতত আছে। পাতনি আকাৰতো ভালেখিনি প্ৰবন্ধ সিচৰিত হৈ আছে।

## তত্ত্ব দৃষ্টি

১৯১৫ চনত ডঃ কাকতিয়ে ডিগ্ৰী পৰীক্ষাত উত্তীৰ্ণ হয়। ইয়াৰ আগলৈ দীঘলীয়া ছাত্ৰ কাল ছোৱাত সাহিত্য সৃষ্টিত হাত দিয়াৰ প্ৰমাণ পোৱা নাযায়। কিন্তু তেতিয়া দেশ-বিদেশৰ সাহিত্য অধ্যয়নেই আছিল কাকতিৰ একমাত্ৰ সাৰথি। একেখন হোষ্টেলতে থকা সূৰ্যকুমাৰ ভূঞাই তৃতীয় বাৰ্ষিকৰ ছাত্ৰ কাকতিৰ সন্দৰ্ভত কৰা মন্তব্যটি মন কৰিবলগীয়া ;......"কিতাপে তেওঁক কেনেকৈ আনন্দ দিছিল সেইকথা এতিয়াও মোৰ মনত আছে। ইয়াৰ বাদে আন সকলোবোৰ আমোদৰ পৰা তেওঁ আঁতৰত আছিল।" তেৱেঁই উল্লেখ কৰি গৈছে যে, "সাহিত্যত কৰুণ ৰস" বোলা প্ৰবন্ধটোৱেই কাকতিৰ প্ৰথম সাহিত্যিক প্ৰচেষ্টা। এই প্ৰবন্ধটো প্ৰকাশ হৈছিল ১৯১৬ চনৰ "সন্মিলন প্ৰবন্ধাৱলী"ত। উক্ত প্ৰবন্ধ কাকতিৰ প্ৰথম ৰচনা যদিও অধ্যয়নশীল তত্বজ্ঞ মনৰ অনবদ্য পৰিচয় তাত বিৰাজমান। এনে সূক্ষ্ম ভাবগুণসম্পন্ন প্ৰবন্ধ এতিয়াও অসমীয়া সাহিত্যত আঙুলিৰ মূৰত লেখিব পৰা। বেজবৰুৱাই নানান বিষয়ক প্ৰবন্ধ ৰচনা কৰিছিল যদিও অন্তৰ্প্ৰসাৰী গভীৰ দৃষ্টি তেওঁৰ ৰচনাত কমেই পোৱা যায়।

'সাহিত্যত কৰুণ ৰস' বোলা প্ৰবন্ধটিত নিয়াৰিকৈ তিনিবিধ কৰুণ ৰস ফঁহিয়াই তাৰ মূল্য প্ৰতিপাদন কৰিছে—যেনে, 'প্ৰচণ্ড বা ৰুদ্ৰ', 'অসংযত'

আৰু 'সংযত' কৰুণ ৰস। 'প্ৰচণ্ড কৰুণ ৰস দেখুৱাই কৃতকাৰ্য হব খোজা কবিসকলৰ দৈব শক্তি বা Genius লাগে।' অসংযত কৰুণ ৰসক তেওঁ প্ৰাধান্য দিব খোজা নাই। এই বিধ শ্লোক ৰূপায়িত কৰা কবিক তেওঁ কীচক বেণু আৰু গ্ৰীকৰ Aeolian harp ৰ লগত তুলনা কৰিছে। ভাব আহিলে তেওঁলোক আপোনা-আপুনি উথলি উঠে। কিন্তু সংযত কৰুণ ৰসৰ বেলিকা ই সুকীয়া। "জীৱনৰসৰ প্ৰধান লক্ষ্য আনন্দৰ মূলস্বৰূপ মানসিক সংযমৰ ওপৰত প্ৰতিফলিত হৈ ভীষণ মৰ্মদাহস্বৰূপে ই জ্বলি থাকে।"

যুক্তি প্ৰতিপাদনৰ অনবদ্য ক্ষমতাৰে ৰচনাৰ মান তেওঁ বহুগুণে উন্নত কৰি তুলিছিল। বিশ্বৰ সাহিত্য বুৰঞ্জীত তথা জীৱনৰ মূলত কাৰুণ্যৰ অনন্ত বেগৱতী নৈখনিৰ বতৰা দিবলৈ তেওঁ আদি কবি বাল্মীকিৰ উদাহৰণ দাঙি ধৰিছে। কিন্তু তাৰ মাজতেই তেওঁ বিচাৰি পাইছে এটি তথ্য,—"শ্লোকছন্দ যে শোকজনক ঘটনাৰ পৰাহে উদ্ভূত হ'ল, ইতো আনন্দজনক ঘটনাৰ পৰাও সম্ভূত হব পাৰিলেহেঁতেন।" তেওঁ নিজেই তাৰ উত্তৰ দিছে,—"ছন্দশাস্ত্ৰ পঢ়ি অনেক সময়ত মানুহৰ ভুল ধাৰণা হয় যে ছন্দবোৰ কেৱল বিশেষ নিয়মে ভাগ কৰা অক্ষৰ সমষ্টি। কিন্তু সেইটো প্ৰকৃত অৰ্থ নহয়। সকলো ছন্দ নানা তৰহৰ ভাবৰ তৰঙ্গ পৰিমাপক সঙ্গীতৰ সুৰ মাথোন। মানুহৰ শৰীৰ আৰু মনৰ আভ্যন্তৰীণ প্ৰক্ৰিয়াবোৰৰ লগত সিহঁতৰ অতীৱ ঘনিষ্ঠ সম্বন্ধ। সেইদৰে শ্লোক ছন্দও ভাব তৰঙ্গ পৰিমাপক সুৰহে। কিন্তু প্ৰথমেই শোকৰ লগত ই সংশ্লিষ্ট হ'ল কিয় ? শোকৰস বা কৰুণ ৰসেই প্ৰকৃত জীৱনৰস।"

আকৌ সংযত কৰুণ ৰস যে কি বস্তু তাক দেখুৱাবলৈ গৈ দাৰ্শনিক ব্যাখ্যাত ডুব দিছে, "আমি বাস্তৱিকতে দৈনিক জীৱনত বিমানেই লক্ষ্য কৰি থাকোঁ আমাৰ ভালপোৱা বেয়াপোৱা সকলো মানসিক আবেগক আমাৰ অবিৰাম, অশ্ৰান্ত কল্পনা শক্তিয়ে উদ্দগাই দিয়ে। মানুহৰ আশা যেনেকৈ অতৃপ্ত অন্তৰ্নিহিত ; অনেক সময়ত অপৰিজ্ঞেয় অৱিচ্ছিন্ন বাসনা লক্ষ্য কৰিছে থাকিব পাৰে, সেইদৰে মানুহৰ সৌন্দৰ্যৰ অনুসন্ধিৎসা

বাস্তৱ জ্ঞানৰ বাহিৰত থকা বস্তুৰ উদ্দেশ্যেহে, নাইবা অসম্পূর্ণ পৰিস্ফুট আবেগক লক্ষ্য কৰিহে নিজে নজনাকৈ নিজতে লুকাই থাকে। অপৰিস্ফুট কুসুমকলিকা লৈ কল্পনা শক্তিয়ে যিমান খেলা কৰিব পাৰে বা আনন্দ বা নিৰানন্দ পাব পাৰে, পূর্ণবিকশিত কুসুমত সেই আনন্দ বা নিৰানন্দৰ ভাব অকণো নাথাকে, অন্ততঃ কল্পনা শক্তিয়ে বিচাৰি নাপায়। কিয়নো ইয়াৰ ভৱিষ্যৎ নাই অথবা যি আছে সি জ্ঞান-গম্য। জ্ঞানৰ অগম্য সংযত শোক পৰিমাণ কৰিবলৈ গৈ কল্পনা শক্তিয়ে অনন্ত লীলা অনন্ত খেলা খেলিবলৈ অৱকাশ পায়। কিন্তু হৃদয় নিহিত প্রশান্ত গভীৰ বেদনা প্রকাশ কৰিবলৈ কল্পনা শক্তিও অসমর্থ। সাগৰৰ পাৰত থিয় হৈ মানুহে সাগৰৰ অনাদি অনন্ত প্রকৃতিৰ কথা ভাবি ভাবি আপোন পাহৰা হে হব পাৰে, কি ভাবিলে কি বুজিলে ভাষাৰে প্রকাশ কৰি কব নোৱাৰে।"

## সাহিত্য আৰু প্রেম

ওপৰত তুলি দিয়া উদ্ধৃতি কেই ছোৱাৰ মাজেদি বাণীকান্তৰ আৰু এটা দিশ পৰিলক্ষিত হয়। যেতিয়াই তত্ত্বৰ প্রশ্ন উঠে তেতিয়াই তাৰ ব্যাখ্যাত তেওঁৰ কলম ব্যস্ত হৈ পৰে। কোনো নীতিগত সূত্র ধৰি আলোচনা নকৰে, বৰং ব্যক্তিগত ধ্যান-ধাৰণাৰ মন্থনত সি সমুজ্জ্বল হয়। যদি দকৈ কিবা তেওঁৰ মনত সোমোই আছে তেন্তে সেয়া তাত্ত্বিক ভাৱাদর্শ। মনৰ এই বিশেষ সংস্কাৰৰ কাৰণে যি কোনো ৰচনা, যি কোনো সমালোচনামূলক প্রবন্ধৰ মান সাধাৰণ স্তৰৰ পৰা উন্নীত হয়। উদাহৰণ স্বৰূপে ডঃ কাকতিৰ "সাহিত্য আৰু প্রেম" বোলা পুথিখনৰ প্রবন্ধ কেইটিলৈ চাব পাৰি। এইখন তেওঁৰ মৌলিক গ্রন্থ নহ'লেও তেওঁ তাক নিজস্ব ভাবধাৰাৰে ৰূপ দিছে। এই ৰচনাসমূহ প্রেম-কাহিনী যদিও ইয়াৰ মূলগত উদ্দেশ্য ৰোমাঞ্চকৰ প্রেম আৰু প্রেমৰ পৰিণতি দেখুৱাটোৱেই নহয়, সমূহীয়াভাবে তাৰ মাজত এটি সুদূৰ প্রসাৰী সংজ্ঞা নিহিত হৈ আছে। বাণী কাকতিৰ এই স্বকীয়া দৃষ্টিভঙ্গী

সেই নিৰ্জন মনৰ অন্তঃসলিলা সুঁতিটিৰ অভিব্যক্তি মাথোন। সেয়ে তেওঁৰ পাতনিৰ গুৰু গম্ভীৰ কথা কেইষাৰত ওলাই পৰিছে—"বিজ্ঞানৰ পণ্ডিতসকলে কয়, জুহালৰ এঙ্গাৰ আৰু বহুমূলীয়া হীৰা হেনো ৰসায়নৰ বিশ্লেষণত একেই পদাৰ্থ। কেৱল তাপ আৰু হেঁচাৰ তাৰতম্য অনুসাৰে দুইবো বাস্তৱ প্ৰকৃতি আৰু গুণৰ ভেদভাৱ ওপজে।' গতিকে তেওঁ পৰীক্ষা চলাইছে—"এই আখ্যানবোৰত কেতবোৰ বিশ্ববিখ্যাত মনীষীৰ প্ৰেমৰ স্পৰ্শত প্ৰাণৰ প্ৰতিক্ৰিয়া দেখুওৱা হৈছে। যেনৰ ঋষিপুত্ৰৰ প্ৰেমৰ প্ৰেৰণাত ঋষিত্ব লাভৰ প্ৰচেষ্টাৰ পৰা আমীয়েলৰ পৰিদৃশ্যমান বিশ্বৰ লগত একাত্মবোধৰ আকাঙ্খা, সেই একে মিলন স্পৃহাৰেই বিভিন্ন বিকাশ।" পুথিখনত দেশী-বিদেশী ছটি প্ৰবন্ধ আছে। 'নিশাদূত' আৰু 'ভাৰবীয়াৰ দেশত প্ৰেমিক' প্ৰবন্ধ দুটা ভাৰতীয় আখ্যানৰ। আনহাতে 'নাৰী হৃদয়', 'সৌন্দৰ্য্যৰ প্ৰতাৰণা,' 'কবিৰ অহৈতুকী প্ৰীতি', 'পণ্ডিতৰ ভূমাস্পৃহা'—প্ৰবন্ধ কেইটি বিদেশী সমলৰ পৰা অনা। মানৱ প্ৰাণৰ আদিম আৰু চিৰ প্ৰবাহমান ব্যাকুলতা, প্ৰেম। 'প্ৰেমত ঘূৰিছে ভূমণ্ডল।' বহু জনপদ অতিক্ৰম কৰি নদীসমূহ সাগৰত মিলেগৈ। সেইদৰে মানৱ আত্মাৰ মিলন আকুতি বিচিত্ৰ গতিৰেদি আগবাঢ়ি যায়।

ঋষিপুত্ৰ শ্যাবাশ্বই হঠাতে এদিন এখন যজ্ঞত ৰজা ৰথবীতিৰ ৰূপৱতী কুঁৱৰীক দেখি অন্তৰত আলোড়ন অনুভৱ কৰিলে। তেওঁ কুঁৱৰীক পাবলৈ উদগ্ৰ হৈ পৰিল। বাধা হ'ল তেওঁৰ যোগ্যতাৰ মাপকাঠি। কাৰণ শ্যাবাশ্ব এতিয়াও মন্ত্ৰদ্ৰষ্টা ঋষিৰ পদত উঠা নাই। কিন্তু অন্তৰৰ ব্যাকুলতাই শ্যাবাশ্বৰ এই অভাৱ এদিন পূৰ্ণ কৰিলে। সৰগৰ দেৱদূতে নিভৃতে শ্যাবাশ্বক লগ ধৰি এই আশীৰ্বাদ দি গ'ল। শ্যাবাশ্বৰ জীৱনলৈ যোগ্যতা আহিল আৰু আহিল ৰাজকুঁৱৰীৰ অমৃত পৰশ। (নিশাদূত)

ইটালী দেশৰ মহাকবি ডান্টেৰ প্ৰাণ গঢ়াৰ প্ৰেৰণা আছিল তেনেই সৰু কালিতে ভোজ সভাত অকস্মাত লগ পোৱা ন বছৰীয়া এজনী ছোৱালী, বিয়েট্ৰিছ। ডান্টে, ডান্টে হৈ নাথাকিল। এদিন তেওঁ জগতজোৰা খ্যাতিৰ আসনত মহাকবি ৰূপে আৰোহণ কৰিবলৈ সমৰ্থ

হ'ল। প্ৰেৰণা হ'ল সেই ছোৱালীটিৰ জীৱনজোৰা প্ৰেমৰ স্মৃতি। কিন্তু কোনোদিনে বিয়েট্ৰিছৰ লগত এষাৰ কথা কৈও নাপালে। অথচ সপোনত বিয়েট্ৰিছ আহি বহু কথা কৈ যায়। আগতকৈও বেছি অধীৰ হৈ উঠে প্ৰেমিক কবি। কাকতিৰ ভাষাত, এই নিৰ্বিকাৰ প্ৰেমলীলা মহাকবি ডাণ্টেৰ "অহৈতুকী প্ৰীতি।" প্ৰসঙ্গক্ৰমে তেওঁ আমাৰ দেশৰ সহজীয়া বৈষ্ণৱ কবিৰ 'পৰাঙ্গণা প্ৰীতি'ৰ কথা ক'বলৈ গৈ উক্ত পন্থাৰ উত্তম খাপৰ কবি চণ্ডীদাসৰ লগত হোৱা ৰামী নামৰ ধুবুনী এজনীৰ প্ৰেমৰ বৰ্ণনা কৰিছে। তেওঁৰ মতে এই অহৈতুকী প্ৰীতিৰ কোনো অভিলাস বা উদ্দেশ্য নাই। কিন্তু সিয়েই যেন জীৱন বীণাৰ মূল প্ৰেৰণা।

[ কবিৰ অহৈতুকী প্ৰীতি ]

অকল জানো সেয়ে, পৃথিৱীৰ গৰ্ভৰপৰা হীৰকখণ্ডকে পাওঁ জানো; এঙাৰো জানো নোলায়? য়ুৰোপৰ মেধাবী ব্যক্তি পীয়াৰে আবেলাৰ্ড পাণ্ডিত্যৰ উচ্চ শিখৰৰপৰা এদিন কৰ নোৱাৰাকৈয়ে ভূলুণ্ঠিত হ'ল। যাৰ ওপৰত বৰ্ষণ হৈছিল অসামান্য জন স্বীকৃতি, তেৱেঁ এদিনাখন সকলোৰে চকুত হেয় হৈ গ'ল। ইয়ো সেই প্ৰেমৰে প্ৰভাৱ। কিন্তু এই প্ৰেম নাছিল স্বৰ্গীয় আভাৰে উজ্জ্বল,—আছিল নীচক কামনাৰে কলুষিত। যি প্ৰেম অনুদাৰ, সি হয় অন্ধ। পণ্ডিত আবেলাৰ্ডৰ কামনাৰ জুইত অসামান্য বিদুষী ছোৱালী হেলইছা নিকৰুণভাবে জাহ গ'ল। হেলইছাৰ প্ৰেমৰ সংজ্ঞা বিচাৰি লিখকে কৈছে—"তেওঁৰ প্ৰেম আজলীৰ খন্তেকীয়া মোহ নহয়, নাইবা প্ৰভাৱিতৰ আত্মগ্লানিৰ কাৰণ নহয়। ই প্ৰচ্ছন্ন কামলিপ্সা নহয়, অথচ তাৰ ভিতৰত কামভাৱ আছে। ই আবেলাৰ্ডৰ গৌৰৱত নিজক গৌৰৱান্বিত কৰিবলৈ প্ৰীতিৰ অভিনয় নহয়। ই জাগ্ৰত বোধশক্তিৰ ওপৰত প্ৰতিষ্ঠিত অথচ বোধশক্তিক অতিক্ৰম কৰি কল্পনা আৰু অনুভূতিৰ ৰাজ্য ভেদ কৰি চলিছে…।"

এনেকৈয়েই "সৌন্দৰ্য্যৰ প্ৰতাৰণাত" পৰি তিল তিল কৈ ধ্বংস হৈ গ'ল, মহান শিল্পী এণ্ড্ৰিয়াৰ জীৱন। এণ্ড্ৰিয়াৰ জীৱন-ঐশ্বৰ্য অসতী

ছলনাময়ী নাৰী লুক্ৰেজীয়াই কাঢ়ি লৈ গ'ল। এণ্ড্ৰিয়াই সকলো বুজিছিল, তথাপি সেই নাগপাশৰ পৰা নিজক মুক্ত কৰি আনিব নোৱাৰিলে। কাকভিয়ে বৰ্ণাইছে,—"ইন্দ্ৰিয়ৰ ক্ষোভ এনে মাদক বস্তু যে মদপীৰ মদৰ দৰে ই। জাগ্ৰত আত্ম-চৈতন্যৰ বল সকাৰ হবলৈ নিদিয়ে। সৌন্দৰ্য্যই এণ্ড্ৰিয়াক আমুৱাবলৈ ধৰিলে। জীৱন-পদ্ধতি তেওঁৰ পক্ষে দুৰ্বল হৈ উঠিছে। নিজৰ ভুল নিজৰ চকুত ধৰা পৰিল, পৰিশ্ৰমৰ অনুপাতে যথেষ্ট আয় হয় যদিও এণ্ড্ৰিয়া অভাৱগ্ৰস্ত হৈয়ে থাকিব লগাত পৰিল।"

মন কৰিবলগীয়া যে কাকভিয়ে এই প্ৰবন্ধৰ যোগেদি শিল্পী প্ৰতিভাৰ স্বকীয়া স্বৰূপটো ডাঙি ধৰিছে। তেওঁ ইয়াক "আত্ম-চৈতন্যৰ বল" বুলি অভিহিত কৰিছে। অৰ্থাৎ এই বিশিষ্ট চেতনাৰ প্ৰেৰণাতহে শিল্পীয়ে সৃষ্টিকাৰ্যত মনোনিৱেশ কৰিব পাৰে। এই কথাষাৰি অলপ বহলাই আলোচনা কৰা দৰ্কাৰ। কাৰণ প্ৰশ্ন হব পাৰে যে, এণ্ড্ৰিয়াৰ "জীৱন ঐশ্বৰ্য্য" নো অসতী লুক্ৰেজীয়াই কিদৰে কাঢ়ি লৈ গ'ল? কাকভিয়ে কোৱা এই জীৱন-ঐশ্বৰ্যৰ অৰ্থ হ'ল শিল্পীৰ অলৌকিক সত্তা, যাৰ দ্বাৰা তেওঁ জীৱন আৰু জগতৰ ৰহস্য উপলব্ধি কৰিব পাৰে। ইয়াকে দাৰ্শনিকে "অন্তৰ্দৃষ্টি" ( Intuition ) বুলিছে। ভাৰতীয় দৰ্শনমতে এই অন্তৰ্দৃষ্টি লাভ কৰিবলৈ হলে "বুদ্ধি" (Cosmic Intelligence) "সত্বগুণ"ৰ দ্বাৰা শোধিত হব লাগিব। অৰ্থাৎ তেতিয়া "বুদ্ধিত" তমোগুণৰ প্ৰভাৱ দমিত হৈ যায়। তমোগুণৰ দ্বাৰা "স্থূল-শৰীৰ" টো ( Gross body ) সৃষ্টি হোৱাত সি সাধাৰণতে ৰূপ, ৰস, গন্ধ, স্পৰ্শ আদিত নিবিষ্ট হৈ থাকে। নাৰী দেহটো স্থূল শৰীৰৰে আকাৰ হ'লেও কবি বা শিল্পীয়ে সেই আকাৰৰ মাজত অলৌকিক সৌন্দৰ্যৰ সন্ধান পায়; যিদৰে এণ্ড্ৰিয়াই প্ৰথম অৱস্থাত লুক্ৰেজীয়াৰ ৰূপৰ মাজত বিচাৰি পাইছিল। কিন্তু যি মুহূৰ্ত্তত্তে এণ্ড্ৰিয়াৰ মনত তমোগুণৰ প্ৰভাৱ বাঢ়ি গ'ল অৰ্থাৎ ইন্দ্ৰিয়-গ্ৰাহ্য মোহ জাগ্ৰত হৈ উঠিল, তেতিয়াই তেওঁ সেই নৈৰ্ব্যক্তিক সৌন্দৰ্য চেতনা ( Abstract sense ) হেৰুৱাই পেলালে। সেইবাবে লুক্ৰেজীয়াৰ

ৰূপে তেওঁক পাছলৈ মোহিত কৰিব নোৱাৰা হ'ল। এই তিক্ততা বৃদ্ধি পোৱাত লুক্ৰেজীয়াৰ ছলনাপূৰ্ণ ব্যৱহাৰো দায়ী। এইদৰে কাকতিয়ে প্ৰবন্ধটোৰ জৰিয়তে শিল্পী-সত্বা আৰু জৈৱিক-সত্বাৰ দ্বৈত দিশলৈ আঙুলিয়াই দি পুনৰায় কৈছে,—"আদৰ্শ আৰু আকাঙ্ক্ষাৰ সিদ্ধি লাভ কৰিব লাগিলে যি স্বৰ্গীয় সপোনত উটি ফুৰা ভাব মনত থাকিব লাগে তাৰ ঠাইত তেওঁৰ মন সাংসাৰিক অভাৱৰ পঙ্কিলতাত পোট খালে।"

"স্বৰ্গীয় সপোন" বোলোতে তেওঁ উদাৰ-মানবীয় সুকুমাৰ বৃত্তি যেনে, দয়া মৰম আদিৰ কথাহে কৈছে। এইবোৰ সত্বগুণৰ বিকাশ অৰ্থাৎ দাৰ্শনিকৰ ভাষাত বুদ্ধিৰ পৰিমাৰ্জিত ৰূপ। দৈনন্দিন জীৱনৰ জৈৱিক বাসনা পূৰণ আৰু ক্ৰূৰতাৰ মাজত এনে বৃত্তিৰ বিকাশ হব নোৱাৰে। সেই কাৰণে সাধক বা যোগীয়ে সাধনাত সিদ্ধি লাভ কৰিবলৈ সংসাৰ ত্যাগ কৰে। শিল্পীৰ অতীন্দ্ৰিয় চেতনা আৰু যোগীৰ সুমহান ঈশ্বৰ সাধনাৰ মাজত কাকতিয়ে সমন্বয় সাধন কৰি দেখুৱাইছে।

"পণ্ডিতৰ ভূমাস্পৃহা"ৰ মাজেদি ডঃ কাকতিয়ে আৰু এবিধ অসাধাৰণ প্ৰেমৰ দৃষ্টান্ত আমাৰ আগত তাঙি ধৰিছে। জেনেভা নগৰৰ সৰ্বশ্ৰেষ্ঠ পণ্ডিত ফ্ৰেডাৰিক আমীয়েল। অতুল-অসীম জ্ঞানৰ অধিকাৰী এই পণ্ডিত জনাক দেখি সকলোৱে ভাবিছিল, আমীয়েল নিশ্চয় সমগ্ৰ য়ুৰোপ মহাদেশৰ গৰ্বৰ বিষয় হৈ উঠিব। "য়ুৰোপীয় পণ্ডিত সমাজৰ ৰীতি অনুসাৰে জ্ঞান-বিজ্ঞান আলোচনা ক্ষেত্ৰত দিগ্বিজয়ী বীৰৰ দৰে খোজ কাঢ়িব।" কিন্তু নহ'ল। আমীয়েলে সকলোৰে আশা হত কৰি দিলে। তেওঁৰ জীৱন এইকালৰ পৰা ব্যৰ্থ হৈ গ'ল। লিখকে কৈছে, "প্ৰকাশ্য জীৱনত ব্যৰ্থতাৰ কাৰণ তেওঁ নিৰ্দেশ কৰিছে তেওঁৰ 'Longing for totality'—'ভূমা স্পৃহা'। তেওঁৰ মন সৰ্বদায় অসীমৰ অনুভূতিৰফালে ধাৱিত হোৱাত বাস্তৱিক জীৱনৰ সীমাবদ্ধতা তেওঁৰ পক্ষে অসহ্য হৈ উঠিছিল।

এই ক্ষেত্ৰত ডঃ কাকতিয়ে ইউৰোপীয় সমালোচকৰ মন্তব্য মানি

লোৱা নাই। তেওঁ বিচক্ষণ যুক্তি প্ৰতিপাদনৰ দ্বাৰা প্ৰমাণ কৰি দেখুৱাইছে যে, ইয়াক আদৰ্শৰ ব্যাধি ( Malody of the ideal ), সম্পূৰ্ণ অসাৰ, নিৰৰ্থক ( Perfectly futile ) বা কেৱল খাব-বাকদৰ খেলা বুলি উকৰাই দিয়া নাযায়। এই অনুভূতিৰো যথাৰ্থ মূল্য আছে। ইউৰোপীয় সমাজত এই ভূমানুভূতিক "অসাৰ" বুলিলেও, ভাৰতীয় সমাজত এইটোকে বিৰাটৰ কল্পনা বুলি আদৰা হৈছে। কাকতিয়ে দেখুৱাইছে যে এই ভাৱধাৰাটোৱেই বৈদিক যুগৰ পৰা চলি অহা "বিশ্বাত্মাৰ লগত ঐক্যানুভূতিৰ" ভাৱধাৰা। সেই "চৈতন্যৰ অনন্ত প্ৰৱাহ" আৰু "অফুৰন্ত বিকাশৰ সপোনে" প্ৰাণমন আলোড়িত কৰি দিয়ে। উদাহৰণ হিচাপে কাকতিয়ে দেখুৱাইছে হাজাৰ হাজাৰ বছৰ আগেয়ে এজনী ভাৰতীয় ছোৱালীয়ে এই বিশ্বাত্মবোধক কিদৰে ব্যক্তিগত জীৱনত ধীৰভাৱে গ্ৰহণ কৰিছিল। ঋকবেদৰ "দেৱীসূক্ত" ৰচয়িত্ৰী ঋষিকন্যা বাকদেৱীয়ে নিজকেই ভূমা, বিশ্বশক্তি আৰু মূল প্ৰকৃতি বুলি কল্পনা কৰিছে। নিজকে বিশ্বাত্মাৰ লগত এইদৰে মিলাই দিব পৰাটো গভীৰ উপলব্ধিৰ ফল। উদ্ধৃত এই ঋকটোত ভাৱ নিদৰ্শন সুস্পষ্ট ঃ

অহমেৱ বাত ইব প্ৰ বাম্যাৰ ভমাণা ভুৱনানি বিশ্বা।
পৰো দিবা পৰ এনা পৃথিব্যৈতাৱতী মহিনা সং বভূব।

"[ সমস্ত ভুবন আকোঁৱালি, আকাশ পাৰ হৈ, পৃথিৱী পাৰ হৈ মযে বতাহৰূপে বলোঁ।। এনেকুৱা মহিমা লৈয়ে মই উপজিছোঁ। ]"

কিন্তু বহুতৰে সন্দেহ হব পাৰে যে, এই বৈদিক পংক্তিটোত প্ৰকাশিত বিশ্বানুভূতি এটি ক্ষণিক আবেগৰ আকস্মিক অভিব্যক্তিও হব পাৰে। কাকতিয়ে তেনে ধৰণৰ সন্দেহৰ অৱকাশ নিদিবলৈ কৈছে যে, বেদৰ পৰৱৰ্তী কালত বিশেষকৈ উপনিষদ যুগত এই বিশ্বাত্মাৰ স্বৰূপ সম্বন্ধে নানান আলোচনা হৈছে।

"সাহিত্য আৰু প্ৰেম" পুথি ঠগাত এই প্ৰবন্ধটো সাঙুৰি দি কাকতিয়ে প্ৰমাণ কৰিছে, প্ৰেম বা অন্তৰৰ মিলন স্পৃহা কিমান ব্যাপক আৰু মহত্তো মহীয়ান। যি প্ৰেমে ডাণ্টেৰ জীৱনত কঁপনি তুলিছিল

সেই প্ৰেমে আমীয়েলৰ অন্তৰৰ ভিতৰেদি বিৰাট নভোমণ্ডলৰ উদ্দেশ্যে উধাও হৈ গৈছে। কাকতিৰ এই পুথিৰ উদ্দেশ্য তাতেই শেষ হোৱা নাই। তেওঁৰ ভাষাৰে—"স্ত্ৰী-পুৰুষৰ ভাবৰ অভিব্যক্তি আৰু ঘাত-প্ৰতিঘাতৰ পৰা যি ঘটনা পৰম্পৰাৰ সৃষ্টি হয়, তাৰ দ্বাৰাই ৰস সাহিত্যৰ গঠন আৰু পুষ্টিসাধন হয়। সেই সৌন্দৰ্য্য ৰসৰ উপভোগেই সাহিত্য সেৱাৰ চৰম উদ্দেশ্য বুলি পঢ়ুৱৈ সমাজে গ্ৰহণ কৰে।" (নাৰী-হৃদয়)। এইখিনিতে ইংৰাজ দাৰ্শনিক মাৰ্টিন চিৰিল দাৰছি এছ, জেই তেওঁৰ, "মানুহৰ নানাপ্ৰকাৰ প্ৰেম" বোলা প্ৰবন্ধটোত লিখা কথা এফাকি তুলি দিলে কাকতিৰ যুক্তি প্ৰণিধান কৰা সহজ হব। মাৰ্টিনে লিখিছে; "যাক প্ৰথমে এটা দৈহিক ক্ৰিয়াকল্প বুলি ভাব হৈছিল তাৰ মাজত এনে এটি মূল্য দেখো যি জ্ঞানতকৈ ডাঙৰ। এই কাৰণেই জৈৱ প্ৰাণশক্তিক আত্মাৰ বিকাশৰ কামত লগাব পাৰি, আৰু যিয়ে প্ৰকৃতিৰ নিয়ম মানি চলে তেওঁলোকৰেই সৰ্বশ্ৰেষ্ঠ আধ্যাত্মিক অভিজ্ঞতা লাভ হয়। প্ৰেমিকৰ শিল্প বুলিলে যি বুজো তাৰ লগত উচ্ছৃঙ্খল মানুহৰ দৃষ্টিভঙ্গীৰ বহুত পাৰ্থক্য। প্ৰেমৰ কৌশল হ'ল, যৌৱনৰ ক্ষণস্থায়ী ভালপোৱাক স্থায়িত্ব দিয়া, মানুহৰ দীৰ্ঘ জীৱনৰ অভিজ্ঞতা তৰঙ্গেৰে তাক বঢ়াই তোলা।"

"সাহিত্য আৰু প্ৰেম" পুথিৰ যোগেদি কাকতিয়ে ঋক্‌বেদৰ প্ৰণয়-সূক্তৰ পৰা আৰম্ভ কৰি আমীয়েলৰ Journal Intime (অন্তঃপ্ৰাণৰ ডায়েৰী) নাইবা মহানশিল্পী এণ্ড্ৰুৱাৰ নিষ্প্ৰভ প্ৰতিভাৰ আত্ম-লাঞ্ছনাত ব্যথিত হৈ ইংৰাজ কবি ব্ৰাউনিঙে ৰচনা কৰা কবিতাৰ সাৰমৰ্ম পাঠকলৈ আগবঢ়াইছে। দাৰ্শনিকৰ ব্যাখ্যা, চৰিত লিখকৰ বস্তু নিৰ্বাচন পদ্ধতি আৰু কাব্যিক মনৰ ৰেঙণিৰে সমুজ্জ্বল হৈ উঠিছে এই ৰচনা কেইখন। সেইবাবে ইয়াৰ আকৰ্ষণ বৃদ্ধি হোৱাৰ লগতে কাকতিয়ে ভবাৰ দৰে, "ডেকা সাহিত্য ৰচকসকলৰ কল্পনাৰ পৰিসৰ বহলোৱাত" ই সহায়ক হব। এই পুথিয়ে কাকতিৰ একালে সংস্কৃত সাহিত্য আৰু আনকালে ইউৰোপীয় সাহিত্যৰ বহল অধ্যয়নৰ বিষয়ে ইঙ্গিত দিয়ে। তাহানি "আৱাহন" আৰু "জয়ন্তী" কাকতত প্ৰকাশ হোৱা এই

প্ৰবন্ধৰাজিৰ আবেদন আজিও অম্লান হৈ আছে। ইংৰাজ লেখক চেমুৱেল জনছনে সপ্তদশ শতিকাৰ শ্ৰেষ্ঠ ইংৰাজ সমালোচক ড্ৰাইডেনৰ বিষয়ে কৈছিল ঃ "ড্ৰাইডেনে আমাক সত্যৰ সন্ধানত আগবঢ়াই দিয়ে। যদিহে সেই সত্যৰ সন্ধান পাওঁ তেন্তে সি ৰমণীয় ৰূপত আমাৰ আগত ধৰা দিয়ে। যদি তাক আমি হেৰুৱাওঁ তথাপি এই শ্ৰমৰ পুৰস্কাৰ আছে। ফুলৰ সৌৰভ আৰু সুগোন্ধেই আমাক আনন্দ দিয়ে।"*

সত্যক আশ্ৰয় কৰি আছে সুন্দৰে। বিশ্বৰ যি কোনো কলাৰে উদ্দেশ্য এই সত্য আৰু সুন্দৰক ধৰি ৰখা। সমালোচকে তাকেই আৰু মহীয়ান ৰূপত প্ৰত্যক্ষ কৰায়। বাণীকান্তই এই কথাটোলৈ সদায়ে দৃষ্টি ৰাখিছিল। কাব্য সৌন্দৰ্যক তেওঁ চমকপ্ৰদ্‌ভাৱে আনৰ দৃষ্টিগোচৰ কৰিছিল। যি সহজে আনৰ চকুত নপৰে সেই সত্যক তেওঁ গভীৰ জিজ্ঞাসাৰে মূৰ্ত কৰি তুলিব পাৰিছিল। জীৱন আৰু জগতৰ সত্য উপকৰা দৃষ্টিৰে অধ্যয়ন কৰিব নোৱাৰি। তাৰবাবে লাগে গভীৰ উপলব্ধি। গভীৰ অনুভূতি হয় গভীৰ দৃষ্টিত।

## পুৰণি সাহিত্য

এসময়ৰ কাকতিৰ সতীৰ্থ ডঃ সূৰ্য কুমাৰ ভূঞাই এঠাইত কৈ গৈছে যে, যিটো সময়ত শ্ৰীঅম্বিকাগিৰি ৰায়চৌধুৰীয়ে "চেতনা" আলোচনী সম্পাদনা কৰি উলিয়াইছিল তেতিয়াই ভূঞাই নিজে আধুনিক অসমীয়া সাহিত্যৰ বিষয়ত আৰু কাকতিয়ে প্ৰাচীন অসমীয়া সাহিত্যৰ উদ্ধাৰ কাৰ্যত মনোনিবেশ কৰিবলৈ সঙ্কল্প লৈছিল। এই সঙ্কল্পৰ ফলস্বৰূপে "চেতনা" আদি কাকতত কাকতিয়ে পুৰণি সাহিত্যৰ সন্দৰ্ভত আলেখিনি

* With Drydon we are wandering in quest of Truth whon we find, if we find her at all, dressed in the graces of elegance, and if we miss her, the labour of the pursuit rewards itself, we are led only through fragrance and flowers.

ৰচনা প্ৰবন্ধ প্ৰকাশ কৰিছিল। অসমীয়া পুৰণি সাহিত্যৰাজি এসময়ত সকলোৰে দ্বাৰা অৱহেলিত হৈ এন্ধাৰ কক্ষত পৰ্যবসিত হৈছিল। তেওঁ সেই সাহিত্যসমূহক পোহৰলৈ আনি প্ৰাপ্য আসনত বহুৱালে। মানুহৰ বদ্ধমূল অৱহেলাৰ ভাব তেওঁ ওফৰাই দিবলৈ সমৰ্থবান হৈছিল। এই অভিযান সফল কৰি তুলিবলৈ আমাৰ বৈষ্ণৱ সাহিত্যৰ মাজত পৰি থকা অনাবিষ্কৃত বস্তুৰাজি বিচাৰি উলিয়ালে। যিমান কথা কব পাৰি সকলো কৈ অটালে। তাতোকৈ ডাঙৰ কথা, যাক ইমান দিনে কাৰো জ্ঞান-বুদ্ধিয়ে ঢুকি নাপাইছিল বাণীকান্তই তাৰো সন্তেদ আনি দিলে। তেওঁৰ পুৰণি সাহিত্য বিষয়ক সমালোচনামূলক ৰচনাৰাজি দূৰ আকাশৰ অকল-শৰীয়া তৰাৰ দৰে অসমীয়া সাহিত্যাকাশত জ্বলি থাকিব। যি কোনো মহৎ আৰু যুগমীয়া কীৰ্তিৰ অন্তৰালত শুই থাকে এটি সম্ভাৰ ইন্ধন—যাৰ প্ৰজ্ঞা, অধ্যৱসায় আৰু অনুৰাগৰ তুলনা নহয়। তাজমহলৰ খোদাই কাৰ্য বছৰ বছৰ জুৰি চলিছিল আৰু তাৰবাবে চাহজাহানে আনি দিছিল সকলো ঠাইৰ উৎকৃষ্ট মণিমুক্তাৰ সম্ভাৰ। জীৱনৰ আগছোৱা কালত কাকতিয়ে যেন এই প্ৰচেষ্টাকে চলাইছিল। সঁচাকৈ তেওঁ তাজমহল নিৰ্মাণ কৰি থৈ গ'ল। এই প্ৰসঙ্গত ডঃ বিৰিঞ্চিকুমাৰ বৰুৱাৰ মন্তব্যটি উল্লেখযোগ্য : "ইংৰাজী সাহিত্যৰ অতুল আৰু গভীৰ অধ্যয়ন থকা কাকতিয়ে প্ৰাচ্য আৰু প্ৰতীচ্য জীৱনৰ আদৰ্শৱাদ বিশ্লেষণমূলক বিচাৰৰ পদ্ধতি জানিছিল। গতিকে তেওঁৰ বিশ্লেষণমূলক আলোচনা মধুৰ, ঐশ্বৰ্যপূৰ্ণ আৰু আকৰ্ষণীয় হৈছিল। তেওঁৰ পুৰণি অসমীয়া সাহিত্যৰ ৰচনাৰাজি তেনেবিধৰ ৰচনাৰ ভিতৰতে উৎকৃষ্ট, সূক্ষ্ম, সুদক্ষ, ঔদাৰ্যপূৰ্ণ styleৰ অধিকাৰী বাণীকান্তই এই ৰচনাসমূহৰ মাজেদি সাহিত্যিক সৌন্দৰ্য, দাৰ্শনিক তত্ত্বৰ উচ্চতা বা প্ৰাচীন অসমীয়া সাহিত্যৰ কলা-কৌশলকে কেৱল প্ৰকাশ কৰি দেখুওৱা নাই ; লগতে দেখুৱাইছে সেই কালৰ মানুহৰ সামাজিক পটভূমি চিত্ৰ, ধৰ্মীয় ৰীতি-নীতি আৰু সাংস্কৃতিক অৱস্থা। যুগৰ মূল প্ৰবাহ আৰু ধৰ্মৰ প্ৰতি তেওঁৰ এটি নিকট, উদাৰ আকৰ্ষণ থকাৰ পৰিচয় বহন কৰিছে এই আলোচনাৰাজিয়ে।

সেয়ে এই ৰচনাসমূহে সেই সময়ৰ অসমীয়া মানুহৰ আধ্যাত্মিক কালটোৰ ইতিহাস যিদৰে ডাঙি ধৰিছে সেইদৰে একোৱে ডাঙি ধৰিব পৰা নাই” (এ ষ্টাডিজ ইন ডি লিটাবেচাৰ অব আসাম)। তেওঁৰ পুৰণি সাহিত্য সম্পৰ্কীয় আলোচনাৰাজি থুপাই প্ৰকাশ কৰিছে, “পুৰণি অসমীয়া সাহিত্য” শীৰ্ষক সঙ্ক কলেৱৰৰ পুথিখনিত।

সমাজ জীৱনক বাদ দি সাহিত্যৰ সৃষ্টি হ'ব নোৱাৰে। বসন্তকাল আহিলে গছে পাতে নতুন পাত ফুল ওলায়, কুলিয়ে মাতে। আকৌ শীতকালৰ লগে লগে এইবোৰ অন্তৰ্ধান হয়। সেইদৰে সমাজ জীৱনৰ অদৃশ্য প্ৰভাৱে যুগৰ সাহিত্যক প্ৰভাৱিত কৰে। আনকথাত ক'বলৈ হ'লে সামাজিক পৰিবেশেই সাহিত্য সৃষ্টিৰ উৎস। এইখিনিতে প্ৰশ্ন হ'ব পাৰে সামাজিক পৰিবেশ কিদৰে সাহিত্য সৃষ্টিৰ উৎস হ'ল? উত্তৰত আমি “শিল্প আৰু জীৱন”ৰ তাত্বিক দিশটোৰ প্ৰতি লক্ষ্য কৰিব লাগিব। উক্ত শিৰোণামাৰ প্ৰবন্ধত বিখ্যাত ইংৰাজ লিখক ছাৰ হাৰ্বাৰ্ট ৰীডে কৈছে, মানুহৰ বুদ্ধি বৃত্তি পাৰিপাৰ্শ্বিকতাৰ প্ৰভাৱত গঠিত হয়। সাহিত্য-কৃতি মানুহৰ শ্ৰেষ্ঠ চিন্তাৰাশিৰ ধাৰক আৰু বাহক। গতিকে এই বহিঃ প্ৰকৃতিয়ে পৰোক্ষভাৱে সাহিত্যৰ গতি-প্ৰকৃতি নিৰ্দিষ্ট কৰি দিয়ে। ৰীডে বিখ্যাত চুইচ্ শিক্ষক জঁা পিয়াজে ৰচিত শিক্ষা আচৰণ সম্পৰ্কীয় কিতাপৰ আলমত এইদৰে কৈছে: “মানুহ আৰু বস্তুৰ মাজত যি সম্বন্ধ তাৰেই নাম বুদ্ধি। বিশ্ব জগতত জীৱদেহৰ যি বিশেষ স্থান তাক বাদ দি কোনো স্বাধীন চিন্তা ক্ষমতা নাই। বৰং সেই চিন্তা ক্ষমতা জীৱদেহ আৰু তাৰ পদাৰ্থগত পৰিবেশৰ মাজত যি প্ৰতিক্ৰিয়া চলে তাৰ লগত যুক্ত”(শিল্প আৰু জীৱন)।

গতিকে বুজা গ'ল বানপানীৰ প্লাৱনৰ দৰে সামাজিক পৰিবেশৰ ঢৌত সাহিত্যৰ ডিঙাখন উটি চলে। কোনো এটা সময়ৰ বিশিষ্ট চিন্তা ভাবনাৰাশি মূৰ্ত হৈ উঠে সাহিত্যৰ বুকুত। এলিজাবেথ যুগৰ প্ৰথমাৰ্ধৰ সাহিত্য, সামাজিক নৱ-জাগৰণৰ সাহিত্য। এই সাহিত্যৰ মূল উদ্দেশ্যই আছিল জনসাধাৰণৰ মাজত ধৰ্মৰ প্ৰচাৰ আৰু তাক সৰবৰাহী কৰি

তোলা। এনে একক ভাৱধাৰাৰ বশৱৰ্তী হৈ এটা যুগৰ সাহিত্যই গা কৰি উঠিছিল যে, তাৰ মাজত বৈচিত্ৰ্য বিচাৰিবলৈ যোৱাটো পৰ্বতত কাছকণী বিচৰাৰ দৰে হব পণ্ডশ্ৰম। ডঃ কাকতিৰ, "পুৰণি সাহিত্যৰ সীমাৱদ্ধতা"—শীৰ্ষক প্ৰবন্ধটোত পুৰণি অসমীয়া সাহিত্যৰ সন্দৰ্ভত এই কথাৰ আভাস দিছে। তেওঁ লিখিছে, "পুৰাণৰেই হওঁক বা ভাগৱতৰেই হওঁক যি আখ্যান তাওঁতে ভক্তিৰস পৰিস্ফুট হৈ নোলাল, বৈষ্ণৱ কবিৰ [illegible] হয়তো তাৰ কোনো মূল্যই নাছিল। [illegible] তেহেলৈ তাত যিমানেই "মৌলিকত্ব" নাথাকক। পুৰণি সাহিত্য [illegible] নোহোৱাৰ ইও এটি প্ৰধান কাৰণ। পুৰণি আন্দোলন ধৰ্মমূলক পু[illegible] সাহিত্যতো ধৰ্মৰ ফালে এটলীয়া টান এটি বৈ গৈছে।" যদিও এই ধৰ্ম ভাৱাপন্ন সাহিত্যৰ গতিপথত সীমা আছিল, তথাপি ই সীমাৱদ্ধ পুখুৰীৰ ঘোলা পানী নহয়। কাকতিৰ অভিযান আছিল, নিৰ্জন বনৰ মাজত পৰি থকা কোনো এক প্ৰাচীন মন্দিৰ আৱিষ্কাৰ কৰি উলিওৱাৰ দৰে—এই জাতীয় সাহিত্যৰ বৈভৱ উদ্ধাৰ কৰা। অকল তাতেই ক্ষান্ত নাথাকি তেওঁ হাবি কাটি পথ নিৰ্মাণ কৰি দিছিল; যি পথ ধৰি আজিও আমি মন্দিৰ দৰ্শন কৰিব পাৰিছোঁ। তেওঁৰ নিজৰ উক্তিৰে, "একৈছ বছৰ আগত যেতিয়া শিক্ষিত সমাজে পুৰণি অসমীয়া সাহিত্য মানে গাঁৱলীয়া মানুহে পঢ়া অসাৰ পদ-পুথি কেইবোৰ বুলিহে ভাবিছিল তেতিয়া শ্ৰীযুত অম্বিকাগিৰি ৰায়চৌধুৰী সম্পাদিত "চেতনা" ঘোলা মাহেকীয়া কাকতত (১৮৪১ শক) এই কিতাপত সন্নিবেশিত তিনিটাত বাজে বাকী আটাইবোৰ প্ৰবন্ধ ধাৰাবাহিক ৰূপে প্ৰকাশ কৰা হৈছিল।"

পুৰণি সাহিত্যৰ সাৰৱত্তা প্ৰমাণ কৰিবলৈ গৈ ইউৰোপীয় সাহিত্যৰ লগত ইয়াৰ তুলনামূলক আলোচনা আৰু বিশ্লেষণী প্ৰথাৰে তেওঁ সূক্ষ্মতম উদ্ভাৱনা শক্তি আৰু সজাগ দৃষ্টি চেতনাৰ স্বাক্ষৰ বহন কৰিছে। পুথিৰ পাতনিত "বৈষ্ণৱ কবিৰ লক্ষ্য আৰু সাধনা," সম্পৰ্কে আলোচনা কৰোঁতে কাকতিয়ে কৈছে; "সাহিত্যৰ সুকীয়া শিক্ষা-প্ৰণালী পুৰণি কবিসকলে ভালকৈ উপলব্ধি কৰিছিল আৰু আমাৰ পুৰণি গীত, নাট,

কাব্য আদি এই উপলব্ধিৰেই ফল। তাৰ আৰু সংস্কৃতিৰ কালৰ পৰাও পুৰণি সাহিত্যৰ কৃতজ্ঞতা আওহেলা কৰিবলগীয়া নহয়। পুৰণি সাহিত্য আমাৰ অসমীয়া জাতীয় জীৱনৰ এটি সঙ্কটময় সন্ধিক্ষণত ৰচিত হয়। পুৰণি কামৰূপ ৰাজ্য তেতিয়া নানান দেশী-বিদেশী সৈন্য সামন্তৰ দ্বাৰা আক্ৰান্ত হৈ জুকলা হয়। পূবে নবাগত আহোমসকল, পশ্চিমে কোচ ৰজাসকলে আৰু মাজে মাজে বিক্ৰমী মোগল সেনা বাহিনীয়ে সোমাই কামৰূপ ৰাজ্য বহুধা বিভক্ত কৰি জাতীয় জীৱন সমূলে উৎপাটন কৰিবৰ সূত্ৰপাত কৰে। জাতীয় জীৱনৰ এই ছিন-ভিন হবলগীয়া অৱস্থাত বৈষ্ণৱ সাহিত্যই নতুন প্ৰাণৰ সঞ্চাৰ কৰি সৰ্বভাৰতীয় মহাজাতীয় চৈতন্যৰ লগত ইয়াৰ ঐক্যভাব স্থাপন কৰে।"

গতিকে দেখা যায় এই ধাৰা আলোচনাত তেওঁ ঐতিহাসিক দৃষ্টিকোণ উলাই কৰি যোৱা নাই; বৰং তাক স্বীকাৰ কৰিহে লৈছে। ইয়াৰ লগে লগে আছিছে সামাজিক পৰিবেশৰ ইঙ্গিত। সাহিত্যৰ দৃষ্টিকোণৰ ফালৰপৰা অনন্ত কন্দলীৰ "কুমৰ হৰণ" কাব্য, ৰামসৰস্বতীৰ "বধকাব্য" আৰু "হেমা সুন্দৰী"ৰ চৰিত্ৰ কাকতিয়ে বিশ্লেষণ কৰি দেখুৱাইছে। সমালোচনাৰ সোণালী সাজ পিন্ধি এই কেইখন ৰচনা আমাৰ আগত ধৰা দিছে। বিশেষকৈ হেমা সুন্দৰীৰ চৰিত্ৰটি ইংৰাজ কবি স্পেন্সাৰৰ য়ুনা সুন্দৰীৰ লগত বিজাই নিখুঁটভাৱে সমালোচনাৰ তুলিকাৰে অঙ্কিত কৰিছে। অপেশ্বৰীৰ গৰ্ভত জন্মা, উশীনৰ ৰজাৰ কন্যা হেমা সুন্দৰী। হৰ গৌৰীৰ বৰত হেমা "চিৰযৌৱনা" হব পাৰিছিল। এসময়ত পাতালৰ দৈত্য অশ্বকৰ্ণৰ অৱৰুদ্ধা হৈ হেমাই মায়া বিস্তাৰে বনত ফুৰি আছিল। তাতে পাণ্ডৱ ভ্ৰাতা ভীম আৰু অৰ্জুনক লগ পাই মায়া কৰি পাতাললৈ লৈ গ'ল। তাৰ পাছত অশ্বকৰ্ণৰ পৰিচয় দি কুমাৰীয়ে ছুৱোৰে মন বুজিবলৈ ক'লে, 'জীৱনৰ আশা তোৰা নকৰিবা আৰ।' কিন্তু পাছমুহূৰ্ত্তে ভীম অৰ্জুন দুইৰো প্ৰকৃত পৰিচয় আৰু লগতে পৰিয়ালৰ বিষয়ে জনাৰ পিছত কুমাৰীৰ চকু অশ্ৰুসজল হৈ পৰিল। হেমা কুমাৰীৰ এই ভাৱান্তৰ সমালোচকৰ তীক্ষ্ণ দৃষ্টিত স্পষ্ট হৈ ধৰা দিছে, "পৰিয়ালৰ

আন আন সকলোৰে পৰিচয় দিলত পাণ্ডৱৰ কৰুণ কাহিনী শুনিয়েই নে দ্ৰৌপদীৰ পৰিচয়ত নিজৰ ভবিষ্যৎ ভাবিয়েই কুমাৰীৰ চকুলো ওলাল।" কাকতিৰ এই শাৰী বাক্যই মানৱ চৰিত্ৰৰ দুৰ্বোধ্য দিশৰ এটি ইঙ্গিত ডাঙি ধৰিছে। সেইখিনিতে সমালোচক ৰূপে তেওঁৰ সাৰ্থকতা। সাহিত্যিকৰ সৃষ্টি-কাৰ্যৰ মাজৰ পৰা সমালোচকে বিচাৰি উলিয়ায় গূঢ়তম সত্য। কেতিয়াবা সত্যক বিকৃত হবলৈ নিদি তাৰ মাজতে অন্য ভাৱ এটা আৰোপ কৰি সাধাৰণ সাহিত্যৰ মানদণ্ড বহুত ওপৰলৈ তুলি ধৰে।

ভীম-অৰ্জুনৰ হতুৱাই অশ্বকৰ্ণক বধ কৰাই হেমাই তেওঁলোকক শিৱৰ ওচৰলৈ লৈ গ'ল আৰু শিৱই হেমাক অৰ্জুনৰ হাতত সঁপি দিলে। অৰ্জুনে সামাজিক ৰীতি অনুসৰি সামান্য আপত্তি তুলিলেও শঙ্কৰৰ যুক্তিত হাৰ মানিলে। কাকতিয়ে বৰ্ণাইছে, "হেমা কুমাৰী বৰ চতুৰ। অৰ্জুনৰ আপত্তিৰ আশঙ্কা কৰিয়েই হবলা, চাতুৰী কৰি ভীম অৰ্জুনক শিৱৰ ওচৰলৈ লৈ গৈছিল।"

এই পুথিত মুঠ চৈধ্যখন চুটি দীঘল ৰচনা আছে। তাৰ মাজেদি বৈষ্ণৱ সাহিত্যৰ সন্দৰ্ভত যিমানবোৰ কথা কব পাৰি সকলোখিনিকে কৈছে—কাব্য-কবিতাৰ পৰা ধৰ্ম-সমাজ-নীতিলৈ। কতো আড়ম্বৰপূৰ্ণ বা অবান্তৰ উভতা ওলোৱা কথাৰ অৱতাৰণা কৰা নাই। সাহিত্য আৰু ধৰ্মৰ অঙ্গাঙ্গী সম্বন্ধটো বিচ্ছিন্ন নকৰাকৈয়ে সূক্ষ্মাতিসূক্ষ্ম কথাবিলাকতো পোহৰ পেলাইছে। ৰচনাসমূহ এনেদৰে সজ্জিত কৰি দিছে যে কোনো বিষয়ৰ সামগ্ৰিক ধাৰণা এটি তেতিয়াহে সম্পূৰ্ণ হব যেতিয়া দুখন বা তিনিখন ৰচনা একেলগে পঢ়ি চোৱা যাব। "বধকাব্য" শীৰ্ষক প্ৰবন্ধটোত তাৰ উৎপত্তি আৰু উদ্দেশ্যৰ সমীক্ষাৰ যোগে দেখুৱাইছে যে, এইবোৰ কেৱল লোকৰঞ্জনৰ হেতু ৰচিত দৈত্য-দানৱৰ অবান্তৰ যুদ্ধাদি বৰ্ণনাৰ পুথিয়েই নহয়। ইয়াৰ মাজতো আছে বৈষ্ণৱ কবিৰ মহৎ আদৰ্শবাদ। "বধকাব্যবোৰ সকলো ধৰ্মৰেই অন্তৰ্গত আন এটি মজ্জাগত ভাবৰ প্ৰকাশ। সেইটো হৈছে জগতত সাম্যভাব প্ৰবৰ্তনৰ চেষ্টা আৰু একান্তিকা ভক্তিৰ বিজয় ঘোষণা।" লগতে তেওঁ এইটোও লক্ষ্য কৰিছে

যে, বৈষ্ণৱ যুগত ৰামায়ণতকৈ মহাভাৰতখনহে বেছি সৰবৰহী হৈ উঠাৰ কাৰণ হ'ল সি বৈষ্ণৱ কবিৰ আদৰ্শ প্ৰতিপাদনৰ অনুকূল আধাৰ স্বৰূপ আছিল। কিয়নো ৰামচন্দ্ৰ ঈশ্বৰৰ অৱতাৰ আনহাতে বনবাসী পঞ্চপাণ্ডৱ ৰাজ্যৰ পৰা বিতাৰিত নিৰাশ্ৰয় মানুহ। তথাপিও ঐকান্তিক ভক্তিৰ বলত ঈশ্বৰৰ সহায় লাভ কৰি তেওঁলোকে সকলো বাধা বিঘিনি অতিক্ৰম কৰিব পাৰিছিল। মহাভাৰত সৰবৰহী হোৱাৰ আন এটি কাৰণো আছে। ই প্ৰচ্ছন্ন ভাবে থকা বাবেই হয়তো কাকতিয়ে সেইটো উল্লেখ কৰা নাই। মহাভাৰত গ্ৰন্থ "শান্তৰস" প্ৰধান। আদিৰ পৰা অন্তলৈ যুধিষ্ঠিৰ আদি পঞ্চপাণ্ডৱৰ কাৰ্যৰ মাজেদি এই ভাব প্ৰকাশ হৈছে কিন্তু ৰামায়ণত এই ৰস প্ৰকাশ হৈছে শেষতহে। প্ৰথম ভোখৰত আদিৰসৰ প্ৰাধান্য আছে। সেইটো তৎকালীন সমাজৰ কাৰণে উপযুক্ত ৰস পৰিবহণৰ মাধ্যম নহয় বুলিয়ে ৰামায়ণ গ্ৰন্থখনে বৈষ্ণৱ কবিসকলৰ মাজত সিমান গা-কৰা নাছিল।

তেওঁ পাণ্ডৱৰ বনবাস, "মানৱ জীৱনৰ সংসাৰ-যাত্ৰাৰ ৰূপক", এই স্বৰূপ উপলব্ধি কৰিছে। সেয়ে বধকাব্য সমূহক তেওঁ য়ুৰোপৰ মধ্যযুগৰ ৰোমান্স কাব্য আৰু পৌৰাণিক গ্ৰীকৰ কাহিনীৰ লগত স্থান দিবলৈ কুণ্ঠাবোধ কৰা নাই। এনেদৰেই তেওঁ আমাৰ প্ৰাচীন সাহিত্যৰ মূল্যাঙ্কন কৰি দেখুৱাইছে।

"পৰকীয়া ভাব," শ্ৰীৰাধা চৰিত্ৰ", "চিৰশিশু ৰূপ," "কাণখোৱা", "চোৰ ধৰা"—এই কেইখন ৰচনা একে লেঠাৰিয়ে সজাই এটি পূৰ্ণাৱয়ৱ আলোচনা ভাঙি ধৰিছে। আমাৰ ধৰ্মত তথা প্ৰাচীন সাহিত্যত "পৰকীয়া ভাব" বা পৰাঙ্গনা প্ৰীতি পোৱা নাযায়। যিদৰে পোৱা যায় বঙ্গীয় সাহিত্যত। ইয়াৰ বাবেই বঙ্গদেশৰ বৈষ্ণৱ সাহিত্যত থকা ৰাধা-কৃষ্ণ বিষয়ক প্ৰেম-লীলাৰ কাহিনী আমাৰ পুৰণি সাহিত্যত নাই। এইটোৱে প্ৰমাণ কৰে যে আমাৰ বৈষ্ণৱ আন্দোলন উত্তৰ ভাৰতৰ বৃহৎ বৈষ্ণৱ আন্দোলনৰে প্ৰতিভূ হ'লেও তাৰ এটি স্বকীয়া অস্তিত্ব আছে। ৰাধা-কৃষ্ণৰ কাহিনী আমাৰ সাহিত্যত একেবাৰে নাই বুলি ক'ব নোৱাৰি। আমাৰ পুৰণি

সাহিত্যতো ৰাধা-কৃষ্ণৰ চাতুৰীমূলক বৰ্ণনা পোৱা যায়। বিশেষকৈ মাধৱদেৱৰ বৰগীত কেইটামানতে তাৰ স্পষ্ট নিদৰ্শন আছে। থাকিলেও ই পৰকীয়া প্ৰীতিৰ শাৰীত নপৰে। কাকতিৰ মতে ই ভাই-ভনীৰ চাতুৰীমূলক ক্ৰীড়া কৌতুকৰ শাৰীৰ। ইয়াকে প্ৰমাণ কৰিবলৈ তেওঁ সমস্ত পুৰণি সাহিত্য চালি-জাৰি চাই অসমৰ বৈষ্ণৱ আন্দোলনত ৰাধাৰ স্থান কি আছিল তাক দেখুৱাইছে। আনহাতে আমাৰ ধৰ্মত শিশু-কৃষ্ণৰহে প্ৰাধান্য বেছি, যুৱক কৃষ্ণৰ নহয়—এই তত্ত্ব বাকী কেইখন ৰচনাত প্ৰমাণ কৰিছে। কিন্তু কাকতিৰ যুক্তি ইমান তৰাং নহয়। আলোচনাৰ পম খেদি গৈ গৈ আমাৰ ধৰ্মত শিশুকৃষ্ণৰ প্ৰাধান্যৰ তত্ত্ব বাহিৰ কৰিছে। তাৰ মাজেদিয়ে অসমৰ বৈষ্ণৱ ধৰ্মৰ মূলসূত্ৰি ওলাই পৰিছে। "চিৰশিশু-ৰূপ" ৰচনাখনিত এনে এটি কথাৰ অৱতাৰণা কৰিছে। তেওঁ লিখেছে যে, কৃষ্ণৰ শিশুৰূপৰ কল্পনাৰ মূল প্ৰেৰণা, বাৎসল্য ৰস। আকৌ সেইটোৱে ধৰ্মক্ষেত্ৰত দাস্যভাব ৰূপে বিৰাজ কৰিছে। অৰ্থাৎ দাস্যভাব বাৎসল্যভাবৰ পৰা বেলেগ নহয়। "লৌকিক দৃষ্টিত যিটো দাস্যভাব অন্তৰৰ ফালৰ পৰা সেয়ে বাৎসল্য ভাবত পৰিণত হয়।" তেওঁৰ দাৰ্শনিক তত্ত্বৰ ব্যাখ্যা কেনে সুন্দৰ চাওঁক,—"দাস্য ভাবৰ কল্পনা প্ৰাৰ্থনা ক্ষেত্ৰত বিশেষকৈ খাটে। নিজক দাসানুদাস বা সকতকৈও সৰু বুলি ভাবি লব পাৰিলে মদ, মাৎসৰ্য ও অহঙ্কাৰ আদি প্ৰবৃত্তিবোৰৰ তেজ ভালেখিনি কমে আৰু আত্ম-বিৰামৰ অৱস্থা সোনকালে আহিব পাৰে। কিন্তু স্নেহ, করুণা, দয়া-দাক্ষিণ্য আদি মনৰ কোমল ভাববোৰ একান্ত বিলোপ হলে প্ৰাৰ্থনাও নীৰস হৈ পৰে। সেই কাৰণে সাধকসকলে "ৰসময়ী ভকতিৰ" হে কামনা কৰে। ভকতি ৰসময়ী হব লাগিলে তাত এনেকুৱা ৰস থাকিব, যাৰ ভোগৰ ভিতৰতেই ত্যাগ আছে, যাৰ আকাঙ্খাৰ ভিতৰতেই তৃপ্তি আছে, যাৰ প্ৰবৃত্তিয়েই নিবৃত্তিৰ পৰিপোষক।"

শ্ৰীধৰ কন্দলী ৰচিত "কাণখোৱা" কবিতাটোকে লৈ তেওঁ এখনি চমু ৰচনা লিখিছে। এটি লৌকিক উপকথাৰ আলম লৈ কন্দলীয়ে উক্ত

কবিতাটি ৰচনা কৰিছিল। কাকতিয়ে এই কবিতাটিত সাহিত্য গুণ আৰু বৈষ্ণব কবিৰ আদৰ্শ প্ৰচাৰৰ লক্ষ্যৰ কেনেভাবে সমন্বয় সাধন হৈছে তাক বিশ্লেষণ কৰি দেখুৱাইছে। এই বিশ্লেষণী প্ৰথা সূক্ষ্ম উদ্ভাৱনী গুণেৰে সমুজ্জ্বল হৈ উঠিছে। ৰচনাৰ এটি অংশলৈ মন কৰক, "এপিনে শ্ৰীকৃষ্ণ অখণ্ড জ্ঞান-স্বৰূপ পূৰ্ণব্ৰহ্ম, আনপিনে অন্তৰঙ্গ লৌকিক দৃষ্টিত একান্ত মায়াবদ্ধ মানৱ শিশু। বাল্য-জীৱনৰ ভয় কাৰুণ্য, কৌতুহল সকলো তেওঁৰ প্ৰাণত বৰ্ত্তমান। কৃষ্ণক সৰ্বতোভাবে জ্ঞানৰ স্বৰূপ ঈশ্বৰ বুলি ধৰি ললে কাণখোৱাৰ কল্পনাত কোনো অৰ্থই নাথাকে; অথচ নিতান্ত শিশু বুলি ধৰি ললেও ল'ৰাই ভয় পালতেই কবিতাৰ উদ্দেশ্য শেষ হোৱা যেন হয়। এই দুয়োটা ফালৰ সামঞ্জস্য কবিয়ে যি অতুলনীয় কৌশলেৰে কৰিছে সি অতি নিৰুপম"—ইত্যাদি। বৈষ্ণৱ ধৰ্মৰ গূঢ়তম সত্য তেওঁ হৃদয়ঙ্গম কৰিব পাৰিছিল বাবেই এই কবিতাটোক, "অন্তৰ্মুখী কল্পনাৰ মনোৰম ৰচনা" বুলি আদৰিছে।

তেওঁৰ "নামঘোষা", "বৰগীত", "লৌকিক গীত", "অঙ্কীয়া ভাওনা"— প্ৰভৃতি ৰচনা একোখনি স্বয়ংসম্পূৰ্ণ ৰচনা বুলিব পাৰি। "বৰগীত" আৰু "নামঘোষা"ৰ মহত্ব তেঁৱেই প্ৰথমবাৰলৈ আমাৰ আগত ডাঙি ধৰিলে। বৰগীতক, ইংৰাজ কবি হেৰিকৰ আধ্যাত্মিক ভাৱাপন্ন কবিতা, Noble numbersৰ লগত তুলনা কৰি এটি স্বকীয়া অস্তিত্ব প্ৰদান কৰিছিল। বৰগীতৰ প্ৰসঙ্গত তেওঁৰ এই মন্তব্য প্ৰণিধানযোগ্য, "শঙ্কৰদেৱ আৰু মাধৱদেৱে গীত আৰু কবিতাক নৱ প্ৰচাৰিত ভক্তিৰসেৰে অভিষিক্ত কৰি অসমীয়া সাহিত্যক আধ্যাত্মিকতাৰ ওখ ভেটিত থাপনা কৰি ঈশ্বৰা-ভিমুখী কৰি তুলিলে আৰু লগে লগে মানুহৰ মনকো ওপৰৰ ফালে চাল ঘূৰাবৰ চেষ্টা কৰিলে।" ঐতিহাসিক ভিত্তিত তেওঁ বৰগীতৰ পৰ্য্যবেক্ষণ ডাঙি ধৰিছে যদিও ইয়াৰ ভাষা আৰু সুৰ আদিৰ বিষয়ে একো ইঙ্গিত দিয়া নাই। বৰগীতৰ আলোচনাত উক্ত বিষয় কেইটি অপৰিহাৰ্য।

নৱবৈষ্ণৱ ধৰ্ম আন্দোলনত ভক্তি শাস্ত্ৰ স্বৰূপে মাধৱদেৱৰ "নামঘোষা" অত্যামূল্যবান গ্ৰন্থ। কাকতিৰ এই গ্ৰন্থৰ আলোচনাটিত অনুৰাগ আৰু

আন্তৰিকতাৰ পৰিচয় পোৱা যায়। ইংৰাজ লিখক ক্ৰোচে কৈছিল— "ডান্টেৰ লিখা বিচাৰ কৰিবলৈ আমি নিজকে তেওঁৰ স্তৰলৈ উন্নীত কৰিব লাগিব।" কাকতিয়েও নামঘোষাৰ বিচাৰত এটি "তাদাত্ম্যবোধ" গঢ়ি তুলিছিল বুলি বুজা যায়। প্ৰকৃত সমালোচনাৰ ৰীতিয়ে হ'ল এইটো। "সাধাৰণীকৰণৰ" যোগে তেওঁ মূলৰস আস্বাদ কৰি লৈ বুজিছিল, নামঘোষা মানেই মাধৱদেৱ আৰু মাধৱদেৱৰ ব্যক্তিত্বক বাদ দি নামঘোষাৰ আলোচনা পূৰ্ণ হব নোৱাৰে। কাৰণ, "কবিৰ গভীৰ অনুভূতিয়েই কাব্যসৃষ্টিৰ মূল কাৰণ।" (ৰ যৎস্বভাবঃ কবিস্তদনুৰূপং কাব্যম্)। আধ্যাত্মিক ভাৱৰ কবিতা হ'লেও নামঘোষাত "হৃদয়ৰ ভক্তিৰ আবেগ ঢালি দি দাস্য ভাবক কবিত্বৰ চৰম সীমালৈ লৈ গৈছে।" তেওঁ আৰু লিখিছে, "নামঘোষা পুথি পঢ়িলে ছন্দৰ ঝঙ্কাৰ ভাষাৰ মাধুৰ্য্য ভাবৰ প্ৰগাঢ়তা সকলোকে অতিক্ৰম কৰি মনঃচক্ষুৰ দৃষ্টি পৰে মাধৱদেৱৰ ভক্তি কাতৰ করুণ মূৰ্ত্তিত।"

গুৰু দুজনা ৰচিত এই আধ্যাত্মিক ভাবাপন্ন গীতৰ আলোচনা পঢ়িলে সেই যুগত লৌকিক সাহিত্যই জনসাধাৰণৰ মাজত কি ৰূপ পৰিগ্ৰহন কৰিছিল জানিবলৈ ইচ্ছা হয়। বিশেষকৈ আমাৰ পাঁচশ বছৰৰ আগৰ অসমীয়া সমাজখনত প্ৰচলিত বৈষ্ণৱ সাহিত্যৰ পৰিপ্ৰেক্ষিতত এই আলোচনা বিশেষ গুৰুত্বপূৰ্ণ। কাকতিয়ে সঠিকভাবে এই বিষয়টো নিৰ্বাচন কৰিছে আৰু "লৌকিক গীত" বোলা ৰচনাখনিৰ জৰিয়তে এই বিষয়টোৰ ওপৰত ৰেখাপাত কৰিছে। তেওঁ লিখিছে, আমাৰ সাধু সাহিত্যই দুই ভাবে এই লৌকিক সাহিত্যৰ প্ৰচাৰৰ প্ৰতিবন্ধকতা কৰে। একালে লৌকিক সাহিত্যৰ গঢ়ত সাধু সাহিত্য ৰচিত হ'ল, আনকালে লৌকিক সাহিত্যৰ আদৰ্শকেই হেয় আৰু কদৰ্য বুলি তাচ্ছিল্য কৰিলে। প্ৰসঙ্গক্ৰমে লৌকিক কবি দুৰ্গাবৰ আৰু পীতাম্বৰৰ সাহিত্যৰ তেওঁ উদ্ধৃতি দিছে। এই পুথিতে তেওঁ "পুৰণি সাহিত্যৰ সীমাবদ্ধতা"ৰ বিষয়ে আলোচনা কৰিছে।

আমাৰ প্ৰাচীন ভুলাপত্ৰীয়া সাহিত্য ১৮৭৬ চনত প্ৰথমবাৰলৈ

ছপাই প্ৰকাশ কৰে, শ্ৰীহৰিবিলাস আগৰৱালাই। আন আন বিষয়ৰ লগতে তেওঁ "নামঘোষা" আৰু "বৰগীত" ছপাই উলিয়ায়। কাকতিয়ে "অসমীয়া পুৰণি সাহিত্য" পুথিৰ পাতনিত লিখিছে,—অসমীয়া সাহিত্যৰ চানেকী তেতিয়াও সংগৃহীত হোৱাই নাছিল, যেতিয়া তেওঁ এই প্ৰবন্ধ সমূহ লিখি "চেতনাত" প্ৰকাশ কৰে। ইয়াৰ পৰা বুজা যায়, প্ৰাচীন সাহিত্যৰ বিষয়ে কাকতিয়ে পোন প্ৰথম পূৰ্ণ পৰ্যায়ৰ সমীক্ষা ডাঙি ধৰি ইয়াক ন্যায্য আসনত প্ৰতিষ্ঠিত কৰিছিল।

কাকতিয়ে বৈষ্ণৱ সাহিত্যৰ দুয়োপিঠিকে লুটিয়াই চাইছে। পুথিৰ আদিত লিখা, "শঙ্কৰদেৱৰ আধ্যাত্মিক দান আৰু বৈষ্ণৱ কবিৰ লক্ষ্য আৰু সাধনা" ৰচনাখনিয়ে এই কথা দকদকীয়াকৈ প্ৰমাণ কৰিছে। কাকতিৰ উদ্দেশ্য আছিল, পুৰণি অসমীয়া সাহিত্যৰ স্বৰূপ নিৰ্ণয় কৰা; অৰ্থাৎ ধৰ্মৰ কথা বাদ দিলেও সাহিত্য হিচাপে ইয়াৰ মূল্য স্থিৰ কৰা। কাকতিয়ে এঠাইত নিজেই লিখিছে: "প্ৰকৃত সমালোচনাৰ ৰীতি হৈছে প্ৰত্যেক ৰচনাকেই সাহিত্যৰ কালৰ পৰা গাইগোটা হিচাবে গুণাগুণ বিচাৰ কৰি আটাইবোৰ ৰচনাৰেই সমষ্টিগত ভাবে মূলসূত্ৰ বিচাৰ কৰাটো।" ( বেজবৰুৱা প্ৰবন্ধ )

---

## আধুনিক সাহিত্য

এজৰা পাউণ্ডে হেনো কৈছিল,—"Beware and avoid accepting opinion from men who have not themselves produced notable work." এইটো অকণো মিছা নহয় যে, নিজ সন্তানৰ মৰম কি তাক বুজি পায় মাতৃয়ে। কিন্তু সেইটোকে একমাত্ৰ সত্য বুলি গ্ৰহণ কৰিলে ভুল হব। পৃথিৱীত

ব্যতিক্ৰম বহুত আছে। বাণীকান্ত সেই ব্যতিক্ৰম। নিজে কবি, নাট্যকাৰ নোহোৱাকৈও বাণীকান্তই সেইবোৰ বিষয়ে নিৰ্ভৰযোগ্য আৰু সুস্থিৰ মতামত ডাঙি ধৰিছিল। এসময়ত আমাৰ সাহিত্যিক গোষ্ঠীয়ে কাকতিৰ সমালোচনামূলক মন্তব্যৰ বাবে ছাবিলাস কৰাটোৱেই প্ৰমাণ কৰে তেওঁৰ বিচক্ষণ বিচাৰধাৰা। জনা যায় বন্ধুমহলত তেওঁ হেনো "পাতনি লিখক" বুলিও জনাজাত হৈছিল। আমাৰ কোনো সমালোচক এইদৰে প্ৰখ্যাত হৈছিল বুলি জনা নাযায়। এইটোৱে প্ৰমাণ কৰে, তেওঁ নিজে সাহিত্যৰথী নহ'লেও সাহিত্যৰথ পৰিচালনা কৰিছিল। পাতনি লিখক হিচাপে তেওঁক আমি অন্য ৰূপত পাইছোঁ। পুৰণি সাহিত্যৰ বাণী ইয়াত আধুনিক সাহিত্যৰ বাণীৰূপে অৱতীৰ্ণ হৈছে। ডঃ বিৰিঞ্চিকুমাৰ বৰুৱাই এইদৰে মত পোষণ কৰিছে,—"তেওঁৰ আধুনিক অসমীয়া কবিৰ দ্বিতীয় বিধ আলোচনা আছিল পছিমীয়া ৰীতিৰ তুলনা-মূলক আলোচনা। এই ক্ষেত্ৰত তেখেতৰ পছিমীয়া সাহিত্যৰ বিশাল অধ্যয়নে বিশেষ ৰবঙণি যোগাইছে।" তেওঁৰ এইধাৰা সমালোচনা সহানুভূতিপূৰ্ণ; চালুকীয়া অসমীয়া সাহিত্যক উৎসাহিত কৰাৰ মনোবৃত্তি তাত বৰ্তমান।

প্ৰবাদ আছে, ইংলণ্ডৰ প্ৰতিভাশালী ডেকা কবি কীটছৰ অপমৃত্যুৰ মূলত আছিল সমালোচকৰ নিৰ্মম দংশন। এই বিষয়ত বাণীকান্তৰ পাৰ্থক্য পৰিলক্ষিত হয়। বিশ্ব সাহিত্যৰ বিজনি দি তেওঁ কঠোৰ সমালোচনাত অৱতীৰ্ণ হোৱা নাই। কিন্তু সাহিত্যৰ সঠিক মূল্যাঙ্কনৰ পৰা কেতিয়াও বিৰত নহৈছিল। ৰঘুনাথ চৌধাৰীক, "বিহগী কবি" আখ্যা তেঁৱে দিছিল। কবি যতীন্দ্ৰনাথ দুৱৰা তেওঁৰ মানত "দ্বিতীয়াৰ জোন" অৰ্থাৎ যাৰ প্ৰভা এতিয়াও পূৰ্ণ বিকশিত হবলৈ বাকী আছে। পাতনি লিখোঁতে কাকতিয়ে নিজা ৰীতি অৱলম্বন কৰিছিল। তেওঁৰ পাতনি কেৱল উপকৰা কথাৰ সমাৱেশ নহয়। ঐতিহাসিক দৃষ্টিকোণৰ পৰা এটি মধ্যম পন্থা অৱলম্বন কৰিছিল বুলিহে কব পাৰি। দেশ-বিদেশৰ বিভিন্ন সাহিত্যৰাজিৰ ৰস গ্ৰহণত অভ্যস্ত হলেও এই সমালোচনা অতিকথন বা

বহু বিত্তা ভাবাক্রান্ত হোৱা নাই। এই বিষয়ৰ সমালোচনাত তেওঁ সাহিত্যৰ মাজত প্ৰবেশ কৰাৰ আগতে সাহিত্যিকৰ প্ৰকৃতিগত লক্ষণৰ ওপৰত ৰেখাপাত কৰে। বিশেষকৈ কবিতাৰ ক্ষেত্ৰত কবিৰ জীৱন দৰ্শন কাব্যৰো দৰ্শন। এই দৰ্শন বুজিবলৈ সাহিত্যিকজনাৰ ব্যক্তিত্বৰ মাজেদি প্ৰবেশ কৰিলে সুচল হয়। যতীন্দ্ৰ দুৱৰাৰ, "কথা কবিতাৰ" পাতনিৰ এঠাইত তেওঁ ইয়াকে দোহাৰিছে,—"গ্ৰন্থকাৰৰ জীৱনৰ মূল-ধাৰা নাজানিলে বহুত সময়ত ভাবাত্মক সাহিত্য বুজিব নোৱাৰি। কথা কবিতাৰ মৰ্ম মনত লগাকৈ বুজিব লাগিলে দুৱৰা ডাঙৰীয়াৰ কথা অলপ জানিব লাগে।" লক্ষ্য কৰিবলগীয়া যে, এই মতবাদ প্ৰবল হৈ উঠিছিল উনবিংশ শতিকাৰ প্ৰাৰম্ভত। বিজ্ঞানৰ প্ৰাদুৰ্ভাবে জগত আৰু জীৱনৰ বিষয়ে তন্ন তন্নকৈ জানিবলৈ মানুহক প্ৰেৰণা দিছিল। ফলত অনুসন্ধিৎসাৰ শেষ নাছিল। সাহিত্যৰ লগতে তাৰ স্ৰষ্টাও হৈ উঠিছিল কৌতূহলৰ বিষয়। এই কৌতূহল নিবাৰণাৰ্থে ই সাহিত্যিকৰ ব্যক্তিগত জীৱনৰ ওপৰত ৰেখাপাত কৰি নানান তথ্য আগবঢ়াইছিল। চাবলৈ গ'লে ই আনুষঙ্গিক অনুসন্ধানৰ শাৰীত পৰে। এনেধৰে সাহিত্য বিচাৰ কৰোঁতে সাৱধান হৈ চলিব লাগে। কাৰণ স্ৰষ্টা আৰু সৃষ্টিৰ বহুক্ষেত্ৰত সমন্বয় নহয়। সাহিত্যিকে ব্যক্তিগতভাৱে এনে কামত জড়িত থাকিব পাৰে যি কাম সামাজিক অনুশাসনৰ বাহিৰত পৰে। কিন্তু তেওঁৰ ৰচনাত সেই আদৰ্শ পৰিহাৰ কৰিছে। গতিকে ব্যক্তিগত জীৱনৰ দুই-এটা কাৰ্যৰ যোগেদি তেওঁক বিচাৰ কৰিলে আমি তেওঁৰ মূল আদৰ্শ বুজাত সফল হোৱা টান। সেই কাৰণে হবলা কাকতিয়ে, "বহুত সময়ত", কথাষাৰ উল্লেখ কৰি এই তথ্যৰ সীমাবদ্ধ নীতিৰ বিষয়ে সকিয়াই দিছে। উদাহৰণ হিচাপে ক'ব পাৰি, বঙ্গীয় সাহিত্যিক বঙ্কিমচন্দ্ৰৰ উপন্যাসত সন্ন্যাসী চৰিত্ৰ বেছিকৈ পোৱা যায়। ইয়াৰ উঁহ বিচাৰি গৈ তেওঁৰ ব্যক্তিগত জীৱনত পোৱা যায়, কোনো এক সন্ন্যাসীৰ লগত আকস্মিক সাক্ষাৎ লাভ; আৰু সেই সন্ন্যাসীয়ে তেওঁক তেওঁৰ পূৰ্বজন্মৰ কথা সোঁৱৰাই দিছিল। এই বিশেষ ঘটনাটোৱে তেওঁৰ উপন্যাসত সন্ন্যাসী

চৰিত্ৰৰ প্ৰাচুৰ্ভাৱৰ কাৰণ বুলি দেখুৱালে বঙ্কিম সাহিত্যৰ শেষ বিচাৰ কৰা নহয়। তাৰ ফলত তেওঁৰ জীৱনৰ গতিয়ে কিবা বিশেষ ৰূপ লৈছিল নেকি আৰু সি সাহিত্যৰ বুকুত কিভাবে প্ৰতিফলিত হৈছে সেইটোহে বিচাৰ্য আৰু তেতিয়াহে এই ঘটনা জিজ্ঞাসুজনৰ কাৰণে প্ৰয়োজনীয় হৈ উঠিব। মানুহৰ জীৱনত একো একোটি ঘটনা বা মুহূৰ্ত ই প্ৰচণ্ড প্ৰতিক্ৰিয়া সৃষ্টি কৰিব পাৰে। ফলত জীৱনৰ গতিয়ে সলনি হৈ মনৰ আশা-আকাঙ্ক্ষা, চিন্তা-ধাৰণা সম্পূৰ্ণ ভিন সুৰে বাজি উঠে। সেই কাৰণে কাকতিয়ে দুৰ্বাৰ—"ভাৱাত্মক সাহিত্য" বুজিবলৈ লাজকুৰীয়া দুৰ্বাৰ ব্যৰ্থ-প্ৰেম কাহিনীৰ কথা উনুকিয়াইছে।

কাব্যৰ স্বৰূপ নিৰ্ণয়ৰ ক্ষেত্ৰত কাকতিয়ে আগবঢ়োৱা যুক্তি মন কৰিবলগীয়া। "ৰঘুনাথ চৌধাৰীৰ "দহিকতৰা"ৰ পাতনিত তেওঁ লেখিছে,— "আন আন লেখকসকলক কেতিয়াবা কাহানি ফুল আৰু চৰাই জীৱনৰ বিষয়ে কবিতা লিখা দেখা যায়। কিন্তু সেই পুৰণি "জোনাকী"ৰ দিনৰ ভাব কণিকাবোৰে যেতিয়া আজিলৈকে এজন কবিৰ লেখনীত নানান ভাষাত পল্লবিত হৈ উঠিব লাগিছে, তেতিয়া এইটো বিচাৰি চাবলগীয়াত পৰে কবিতাবোৰ একে সাঁচতেই গঢ়া নে সেইবোৰত বেলেগ বেলেগ কেন্দ্ৰস্থ ভাব আছে।" একেখন পাতনিতে তেওঁ শেষ সিদ্ধান্তলৈ আহিছে, "কোনো প্ৰাকৃতিক বৰ্ণনা কবিতাত পৰিণত হব লাগিলে সেই বৰ্ণনা আমাৰ ভূত, ভৱিষ্যত আৰু বৰ্তমানৰ সুখ দুখাত্মক ভাবৰ লগত ওতঃপ্ৰোতভাৱে মিলি থকা যেন লাগিব লাগে। যি বৰ্ণনা মানুহৰ সুখ-দুখ বা সৌন্দৰ্য স্মৃতিৰ বাহিৰত, সি আমাৰ কল্পনাক স্পৰ্শ কৰিব নোৱাৰে বা আমাৰ যেন নালাগে। চৌধাৰী ডাঙৰীয়াৰ বৰ্ণনাই তেওঁৰ বৰ্ণনাৰ বিষয়ক "অজ্ঞাত কুলশীল আচহুৱা আলহী নকৰি পূৰ্ব্ব স্মৃতিৰ বিজড়িত বহুদিনৰ চিনাকী বন্ধুৰ দৰে উপস্থিত কৰে।"—কাকতিৰ এই উক্তিয়ে সাহিত্যৰ মূলগত সত্তাৰ প্ৰতি আঙুলিয়াইছে। জীৱন আৰু জগতৰ সাধাৰণ ব্যৱধানকো অতিবাই দি সাহিত্যৰ বুকুত যি প্ৰতিফলিত হয় সি মানৱ অন্তৰৰ গুপুত ব্যথা-বেদনা, আশা-নিৰাশা আদি অনুভূতিৰে

প্ৰতিলিপি। মানৱ অন্তৰৰ সনাতন প্ৰেমৰ ছবি, অথবা ঘৃণা নিষ্ঠুৰতা আদিৰ সামান্যতম অংশও য'ত প্ৰতিফলিত হৈছে সিয়েই সাহিত্য নামে অভিহিত হ'ব পাৰে। এই একে কাৰণতে সম্পূৰ্ণ ব্যক্তিগত চিঠি নাইবা ব্যক্তিগত ডাঁয়েৰীও কেতিয়াবা বিখ্যাত সাহিত্যৰ পৰ্যায়লৈ উঠাৰ উদাহৰণ বিৰল নহয়। কাৰণ তাত আছে জীৱনৰ প্ৰতি থকা মোহ, ঘৃণা আৰু শ্ৰদ্ধাৰ অনুলিপি। সেয়ে কাকতিয়ে কৈছে, কেৱল মাথো প্ৰকৃতিৰ সৌন্দৰ্য বৰ্ণনাই প্ৰকৃত কবিতা হ'ব নোৱাৰে। কাকতিৰ এই মন্তব্যৰ সমৰ্থনত ইংৰাজ সমালোচক এডিথ চিটয়েলৰ অলপ কথা স্মৰণযোগ্য। "কবিৰ দৃষ্টিত জগত" শীৰ্ষক ৰচনাত উক্ত সমালোচকে লিখিছে: "কবিৰ এটা কাম হ'ল প্ৰতি মানুহকে তেওঁৰ নিজৰ দৃষ্টিৰে জগতখন দেখুওৱা। তেওঁক সেই বস্তুটো দেখুৱাৰ লাগিব যিটো তেওঁ দেখিও কব নোৱাৰে কি দেখিছে। চিত্ৰকৰৰ দৰে কবিৰ কাম হ'ল, চৰ্মচক্ষুত পৃথিৱীৰ যি দৃশ্যক সঙ্গতিহীন বুলি ভাব হয় তাৰ মাজত সামঞ্জস্য সৃষ্টি কৰি এটি বিৰাট নক্সা তৈয়াৰ কৰা, এটি বিৰাট সাম্যৰ পৰিচয় ফুটাই তোলা। দৃষ্ট বস্তুৰ সাৰ সত্তা দেখুৱাটো তেওঁৰ কাম। তেওঁৰ কল্পনা সুখকৰ চিন্তা নহয়, বাস্তৱৰে সাৰবস্তু এই কল্পনাৰ উপাদান। কাৰ্ল ইউঙৰ ভাষাৰে, "জীৱনৰ সকলো শক্তিৰ ঘনীভূত নিৰ্যাস হ'ল কল্পনা।"

কাকতিয়ে "দহিকতৰা" কবিতাটোৰ বিষয়ে লিখিছে,—"প্ৰেমৰ ৰাগিণীত আত্মহাৰা হোৱা ভাৱেই 'দহিকতৰাৰ' ভাব; ডেকা কবিৰ 'স্বৰূপবিহীন', 'মানস মোহিনী', 'জীৱন তোষিণী' প্ৰিয়বিহঙ্গিনীয়েই মিলন মন্ত্ৰ মুখত লৈ জড়চেতন জগতক মিলন আশাৰে আশান্বিত কৰি 'দহিকতৰা' ৰূপে বাস্তৱ মূৰ্তিত দেখা দিছে। ই এটি "কাম গন্ধ বিহীন" প্ৰেমৰ কবিতা আৰু চৰাইটিও কবি হৃদয়ত চিৰদিন জানৰ চকুত নপৰাকৈ পুহি থকা আদৰ্শৰ জীৱন্ত মূৰ্তি। ই ডেকা কবিৰ প্ৰেমিকা বসন্তৰাণীৰ 'ভুগালত হেঙুলী বোলৰ কুসুম-চন্দন সানি' দিবৰ স্পৃহা থকা প্ৰেমৰ পুঁৱতি গীত নহয়, ই কোনোবা দূৰ অতীতৰ আশাৰ পহুমৰ 'স্মৃতি

বিজড়িত প্ৰেমৰ সান্ধ্য ৰাগিণী'।" সেইবাবেই কাকতিয়ে অসমীয়া কবিৰ এই অনাদৃতা প্ৰেমিকাক ইংৰাজ কবি ৱৰ্ডচৱৰ্থৰ সেই গৰাকী প্ৰেমিকাৰ লগত বিজাইছে,—"A maid whom there were none to praise and very few to love."

অম্বিকাগিৰি ৰায়চৌধুৰীৰ "তুমি" কাব্যৰ প্ৰসঙ্গত কাকতিয়ে লিখিছে, "সূৰ্য্যৰ সাতোটা ৰশ্মি সমষ্টিতে সূৰ্য্যৰ পোহৰ প্ৰকাশ হোৱাৰ দৰে 'তুমি' কাব্যৰ সাতোটা ছেদৰ মাজেদি কবিৰ লিখনীত 'বিশ্বনাথৰ' ৰূপ ফুটি ওলাইছে।" আদিত্য দেৱতা আৰু বিশ্বনাথৰ মাজত এই সমন্বয় স্থাপন কৰি কি সুন্দৰ উদ্ভাৱনা কৰিছে। আমাৰ চাৰিওঁফালৰ প্ৰকৃতি জগতত দৈনন্দিন ঘটি থকা ঘটনাবোৰ সদায়ে দেখি আহিছোঁ। কিন্তু সি আমাক উৰ্ম্মনা নকৰে। কাৰণ আমাৰ দৃষ্টিয়ে তাৰ মাজত প্ৰকৃত ৰূপ বিচাৰি নাপায়। কিন্তু কবিৰ দৃষ্টিত সাধাৰণ বস্তুতে অপৰূপ ৰূপ-সুষমা উজলি উঠে। এটা মহৎভাৱৰ সৌন্দৰ্য্যই তেওঁৰ মনত আলোড়ন তুলিলে সিয়েই নানান ছন্দ অলঙ্কাৰৰ মাজেদি কাব্যৰূপে প্ৰকাশ পায়। এই মহৎ ভাৱক কাব্যৰ মাজৰ পৰা বিচাৰি আনি মহীয়ান ৰূপত পাঠকৰ আগত দৃষ্টিগোচৰ কৰায় প্ৰকৃত সমালোচকে। কাকতিয়ে লিখিছে,—"তুমি কাব্যক কবিৰ বিশ্বৰূপ দৰ্শন বুলি কব পাৰি। ভগৱদ্গীতাত ভক্ত অৰ্জ্জুনে শ্ৰীকৃষ্ণৰ বিৰাট মূৰ্ত্তিত বিশ্বৰূপ দেখা পাইছিল। ভগবান কৃষ্ণৰ বিৰাট ৰূপত অৰ্জ্জুনে পাহাৰ-পৰ্বত, নৈ-সাগৰ, জীৱ-জন্তু, চন্দ্ৰ-সূৰ্য্য, তাৰকামণ্ডলী আদি সকলো দেখিছিল। কিন্তু প্ৰকৃত কবিয়ে ভগবানৰ বিৰাট ৰূপত তুমি কাব্যত বৰ্ণিত সকলো বিশ্ব সৌন্দৰ্য্যৰ সমাবেশ দেখিলেহেঁতেন।"

কাকতিয়ে বিশ্ব সাহিত্যৰ লগত নিবিড় পৰিচয় গঢ়ি তুলিছিল। তথাপি অসমীয়া কবিৰ কবিতাই তেওঁক আহ্লাদিত কৰিছিল বুলি জানিব পৰা যায়। ৰঘুনাথ চৌধাৰীৰ "কেতেকী" নামৰ কবিতাটি পঢ়ি তাৰ কাব্য-সৌন্দৰ্যত মুগ্ধ হৈ উপযাচি এটি সমালোচনা লিখিছিল। এই সমালোচনাটিয়ে তেওঁৰ ৰস গ্ৰহণৰ ক্ষমতা আৰু বলিষ্ঠ দৃষ্টিভঙ্গীৰ পৰিচয়

বহন কৰিছে। কবিতাটিৰ কেন্দ্ৰস্থ ভাবটো আবিষ্কাৰ কৰোঁতে কাকতিয়ে ৰঘুচৌধাৰীৰ "বহাগীৰ বিয়া" নামৰ আন এটি কবিতাৰ প্ৰসঙ্গ আনি এইদৰে কৈছে,—'বহাগীৰ বিয়াত' যি আনন্দৰেখা উন্মিষ আৰু চৰাই-জীৱনত আৱদ্ধ আছিল, 'কেতেকী' কবিতাত সেই আনন্দই পাৰ ভাঙি আহি মানৱ সমাজৰ বকৰা জীৱনকো প্লাবিত কৰিছে। 'কেতেকী' কবিতাৰ কেন্দ্ৰস্থ ভাব বসন্তৰ আগমনত জড়-চেতন, মানব জগতত্ত বিপুল উন্মাদনা। এই উন্মাদনাৰ মূল কাৰণ "বহাগীৰ বিয়া"ত কোৱাৰ দৰে কেৱল বসন্তৰ সমাগমেই নহয়, এটি স্বৰূপবিহীন বিৰাট প্ৰহেলিকাময় চৰাইৰ মাত। কোনোবা দূৰ আনন্দ সাগৰৰ ঢৌৰ খলকনি এটি চৰাইৰ মাতৰ ভিতৰেদি জড় চেতন জগতক আঘাত কৰি ইয়াক বিয়াকুল কৰি তুলিছে" (পাতনি : দক্তিকতৰা)। তেওঁ তুলনামূলক আলোচনাত সাহসী মনোভাব পোষণ কৰি চলে। সেয়ে কেতেকী কবিতাটিৰ কল্পনাত কালিদাসৰ কবি প্ৰতিভাৰ লগত সামঞ্জস্য সাধন কৰিছে। এঠাইত লিখিছে,—"দ্বিতীয় তৰঙ্গত জগতৰ এই মত্তভাব বৰ্ণনাক ভাবৰ গৰিমা আৰু ভাষাৰ সৌষ্ঠৱত মহাকবি কালিদাসৰ 'কুমাৰ-সম্ভৱ'ৰ তৃতীয় সৰ্গত বসন্ত বৰ্ণনাৰ লগত তুলনা কৰিলে কোনোক্ৰমেই অসমীয়া কবিৰ বৰ্ণনাই হীনতা স্বীকাৰ কৰিব নালাগিব। তাৰ উপৰিও অসমীয়া কবিৰ বৰ্ণনাৰ বিষয় বেছি প্ৰশস্ত। কুমাৰ-সম্ভৱৰ বসন্ত, হিমালয় পৰ্বতত ধ্যানমগ্ন শিৱৰ আশ্ৰমৰ চাৰিওকাল সজীৱ কৰিহে উদয় হৈছিল। অসমীয়া কবিৰ বসন্তৰ হিল্লোলত পৰ্বত, প্ৰান্তৰ, ভুচৰ, খেচৰ, এনেকি জল জগতো বিকম্পিত হৈ উঠিছে।" ই অযথা প্ৰশংসাবাদ নহয়। জনা যায় তেওঁৰ ওচৰ চপা সকলোকে পাতনি এখন লেখি দি সন্তুষ্ট কৰা বিধৰ লোক তেওঁ নাছিল। উচিত কথন সমালোচকৰ অন্যতম ধৰ্ম। কাকতি এই বিষয়ত সজাগ আছিল। সাহিত্যৰ প্ৰতি অগাধ প্ৰীতি আৰু ভক্তিৰে ই নিদৰ্শন।

কেতেকী কবিতাটিৰ দ্বিতীয় স্তবকলৈ চাই সাহিত্যৰ মৌলিকত্বৰ গুণৰত কৰা তেওঁৰ মন্তব্যটি মন কৰিবলগীয়া ;—"মৌলিক প্ৰতিভাৰ লক্ষণেই এনেকুৱা যে'ত বৰ্ণিত চিত্ৰবোৰ সদায় আনোদযোগী কৰি তোলে;

সকলুৰা লিখক সকলৰ দৰে কবিয়ে যদি বোৱাৰীক নাটক, উপন্যাস পঢ়ি থকা বুলি ক'লেহেঁতেন, তেনেহলে সেইটো ইমান মৰ্মস্পৰ্শী নহ'লহেঁতেন। তাত বাজেও ইয়াত জাতীয় বা স্থানীয় সত্যৰ অভাব অনুভৱ কৰিব লাগিলহেঁতেন। যি সমাজত থাকি বা যি সমাজক লক্ষ্য কৰি কবিয়ে কল্পনা চলায় সেই সমাজৰ আগৰ ৰীতিৰ ভিতৰেদিহে কবিয়ে নিজৰ চিত্ৰ দেখুৱায়।"—ইয়াত কাকতিয়ে সাহিত্য সৃষ্টিৰ ক্ষেত্ৰত অপৰিহাৰ্য বিষয়, "Local colour" (থলুৱা চিত্ৰ) বোলা কথাষাৰিত জোৰ দিছে। জগতৰ চিৰন্তন সত্যৰ ৰূপ একেটা, কিন্তু সমাজভেদে আচাৰ-নীতি বা প্ৰকাশ ভঙ্গী হয় বেলেগ বেলেগ। সেই স্বকীয়া ৰূপৰ মাজেদিয়েই শ্ৰেষ্ঠ কলাকাৰে সনাতন সত্যৰ পোহৰ বিলায়। কাৰণ কলা সৃষ্টিত স্বাভাৱিকতা অতীব প্ৰয়োজনীয়। অস্বাভাৱিক কোনো কথাই মহৎ হব নোৱাৰে।

কাকতিৰ পাতনি সম্পৰ্কত মন কৰিবলগীয়া কথা হ'ল যে, সেইবোৰ একোখনি স্বয়ং সম্পূৰ্ণ মনোৰম ৰচনা। লিখাৰ ভঙ্গী আৰু এটা কথাৰে গয়না লৈ ইংৰাজী, সংস্কৃত সাহিত্যৰাজিৰ উদ্ধৃতিৰে তাক মনোগ্ৰাহী কৰি তোলে। কবি চৰিত্ৰৰ লক্ষণেৰে তেওঁ এঠাইত যতীন দুৱৰাক বিচাৰ কৰি চাইছে। আকৌ জীৱন দৰ্শন চিনিবলৈ গৈ ইংৰাজ কবি ৱৰ্ডছ্‌ৱৰ্থৰ জীৱনৰ এটি ঘটনালৈ আঙুলিয়াইছে। তেহৰ বন্ধুত ঘৰলৈ আহি এদিন ৰোকমোকালিতে প্ৰকৃতিৰ সৌন্দৰ্যত আত্মহাৰা হোৱা কবিজনাই চিএৰি উঠিছিল;

"Ah need I say, dear friend that to the brim
My heart was full, I made no vows, but vows
were then made for me."

এই কথাৰ সূত্ৰধৰি কাকতিয়ে লিখিছে,—"ভাৰতীয় সভ্যতাৰ বুৰঞ্জীত ভাৱৰ আবেশৰ বৈৰাগ্য অৱলম্বন কৰি ঘৰ-সংসাৰ এৰি যোৱাৰ কথা শুনা যায়। কিন্তু সৌন্দৰ্য্য-সাধনাত সংসাৰৰ প্ৰতি বৈৰাগ্য ভাৰতীয় বুৰঞ্জীত অতি বিৰল"।

"দহিকতৰা"ৰ পাতনিত এই নিচিনা উক্তিৰ যোগে তেওঁৰ নিৰীক্ষণ শক্তিৰ পৰিচয় পোৱা যায়। উক্ত পুথিত কবিয়ে বৰ্ণাইছে যে, সকলোৰে অৱহেলিত "দহিকতৰা" চৰাইজনীৰ মাজত প্ৰকৃতি জগতে সঁহাৰি দি উঠিছে। আমাৰ কবিৰ ই স্বকীয় কল্পনা প্ৰসূত। কিয়নো তেওঁ প্ৰচলিত কবি প্ৰসিদ্ধি অনুসৰণ কৰা নাই। কাকতিয়ে উক্তিৰে দেখুৱাইছে যে, সংস্কৃত সাহিত্যত সুন্দৰী নাৰীৰ পদাঘাতত অশোক ফুল ফুলে; সেইদৰে ইংৰাজী সাহিত্যত প্ৰেয়সীৰ স্পৰ্শতহে গছ-লতা মুঞ্জৰিত হয় আৰু চৰায়েও গীত গায়। আধুনিক কাব্যৰ বিচাৰত তেওঁৰ এই দৃঢ় পদক্ষেপে অসমীয়া সাহিত্যৰ ইতিহাস ৰচনাত অৰিহণা যোগাইছে। তেখেতে আধুনিক কবি কেইগৰাকীৰ কাব্য সাহিত্যৰ যি মূল্যাঙ্কন কৰি থৈ গ'ল, তাৰ সহায়তে আমি তেওঁলোকৰ কাব্যস্বাদ আহৰণ কৰিছো। ডঃ সত্যেন্দ্ৰনাথ শৰ্মাই কাকতিৰ বিষয়ে দিয়া মন্তব্যটি মন কৰিবলগীয়া; "কাকতিৰ যুক্তি আছিল তীক্ষ্ণ আৰু অন্তঃপ্ৰবেশী। সাধাৰণ পাঠকৰ দৃষ্টিগোচৰ নোহোৱা কাব্য বা ৰচনাৰ সৌন্দৰ্য্য তেওঁ আবিষ্কাৰ কৰিব পাৰিছিল।" আধুনিক আন কেইগৰাকীমান কবিৰ সন্দৰ্ভত আৰু কিছু সমালোচনামূলক আলোচনা লিখাৰ কথাও কাকতিয়ে ভাবিছিল বুলি জনা যায়। কিন্তু আসন্ন মৃত্যুয়ে সেই কাম কৰিবলৈ তেওঁক সুযোগ নিদিলে। এইখিনিতে উল্লেখযোগ্য যে, বৈষ্ণৱ সাহিত্যৰ জীৱনীমূলক গ্ৰন্থ "কথাগুৰু চৰিত"ৰ পাতনি তেওঁ লিখিছে। এই কাৰ্যত তেওঁক সহযোগ কৰিছিল, ডঃ বিৰিঞ্চি কুমাৰ বৰুৱাই। অজ্ঞাত লিখকৰ এই পুথিখন ধোঁৱা চাঙৰপৰা নমাই আনি বৰ্তমান যুগৰ পচুৱৈ সমাজলৈ আগবঢ়াই দিছিল; কাৰণ তেওঁ ইয়াৰ মাজত বিচাৰি পাইছিল অসমীয়া কলা-সংস্কৃতিৰ মূল্যবান তথ্যৰাজি।

আধুনিক সাহিত্য-সমালোচনা প্ৰসঙ্গত ডঃ কাকতিৰ নাট্য সমালোচনাৰ বিষয়েও উল্লেখ কৰিব পাৰি। এই বিষয়ত তেখেতৰ এখনি মাথোন সমালোচনামূলক ৰচনা পাইছো। অসমীয়া নাট্য সাহিত্যৰ মূল্যাঙ্কনকাৰী স্ৰষ্টা জ্যোতিপ্ৰসাদ আগৰৱালাই তেখেতৰ প্ৰথম

নাট "শোণিত কুঁৱৰী" চৈধ্য বছৰ বয়সতে ৰচনা কৰে। এইখন লিখি উঠি বন্ধু এজনৰ হতুৱাই সমালোচনাৰ কাৰণে ডঃ কাকতিৰ ওচৰলৈ পঠিয়াইছিল। এই ঐকান্তিকতাত মুগ্ধ হৈ কাকতিয়ে তৰুণ নাট্যকাৰক উৎসাহিত কৰাৰ লগে লগে ভৱিষ্যত পথ প্ৰদৰ্শন কৰি সমালোচনা এটি লিখি "বাঁহী"ত প্ৰকাশ কৰিছিল। কম বয়সৰ লেখা হেতুকে বহুতো দোষ-ক্ৰুটি ওলাইছে। তথাপি পুৰণি কাহিনী এটাকে নাট্যকাৰে আধুনিক মঞ্চোপযোগী কৰি ৰূপায়ন কৰোঁতে যি শিল্প নৈপুণ্য প্ৰদৰ্শন কৰিছে, তাৰো প্ৰশংসা নকৰাকৈ থকা নাই। নাটকীয় গুণাগুণ, ঔচিত্য অনৌচিত্যৰ পুঙ্খানুপুঙ্খ বিশ্লেষণ কৰি সাৱধানে তাক ব্যক্ত কৰিছে। কাকতিয়ে নিজে নাট ৰচনাত হাত দিয়া নাই, কিন্তু নাটকীয় কলাৰ যি সমালোচনাটি তাহানিতে লিখিছিল তেনেধৰণৰ সমালোচনা আমাৰ সাহিত্যত কমেই হৈছে বুলিলে অত্যুক্তি কৰা নহব। তেখেতৰ সূক্ষ্ম-কলাবোধ, মঞ্চজ্ঞান আৰু নাট্যকলা বিষয়ৰ ব্যুৎপত্তি ইয়াৰ মাজেদি স্পষ্ট হৈ ওলাইছে। আমাৰ বোধেৰে যি কোনো উৎসাহী নাট্যকাৰে নাট ৰচনাৰ দুৰূহ কাৰ্যত মনোনিবেশ কৰাৰ আগেয়ে এই সমালোচনাটি পঢ়ি চোৱা উচিত হব। কাকতিয়ে যাৰ উদ্দেশ্যে এই সমালোচনাটি লিখিছিল তেখেত কিদৰে ইয়াৰ দ্বাৰা প্ৰভাবিত হৈছিল জনা নাযায়। কিন্তু আমি জানো, নাট্যকাৰৰ পৰৱৰ্তী ৰচনা "কাৰেঙৰ লিগিৰী" নাটে জ্যোতিপ্ৰসাদক আমাৰ মাজত যুগমীয়া কৰি থৈ গ'ল।

## শিশু সাহিত্য

ডঃ কাকতিক আমি শিশু সাহিত্যিকৰ ৰূপতো পাইছোঁ। তেখেতৰ একমাত্ৰ শিশু পুথি "পখিলা" ১৯৫১ চনত প্ৰকাশিত হয়। অসমীয়া শিশু সাহিত্যৰ ইতিহাসৰ পাত লুটিয়ালে প্ৰথমে মনলৈ আহে বৈষ্ণৱ কবি শ্ৰীধৰ কন্দলীৰ "কাণখোৱা" কবিতাটিৰ কথা। এইটো এটি নিচুকণি

গীত। কবিয়ে অতীর নিপুণভাবে সবল শিশুৰ মনস্তত্ত্বৰ লগত থাপ খোৱাকৈ ইয়াত এটি ধৰ্মৰ বোল সানিছে। কোলাৰ শিশুক নিচুকাওঁতে নাইবা শয্যাত বাগৰি টোপনি নিয়াবলৈ অসমীয়া মাতৃয়ে আজিও এইদৰে গীত গায়। গতিকে দৈনন্দিন জীৱনত গীতটিৰ যিদৰে আদৰ আছে, সেইদৰে ধৰ্ম জীৱনতো ইয়াৰ প্ৰভাৱ মন কৰিবলগীয়া।

আমাৰ সাহিত্যত পাশ্চাত্য প্ৰভাবিত শিশু সাহিত্যৰ পাতনি মেল খায় "অৰুণোদই" যুগত। "জোনাকী" যুগত ই বিস্তৃতি লাভ কৰে। বিশেষকৈ বেজবৰুৱাই "বুঢ়ী আইৰ সাধু" আদি পুথিৰ যোগে প্ৰথমকৈয়ে ৰাবণে জনসমাজত প্ৰচলিত বহু প্ৰাচীন সাধু কথাবোৰক লিখিত ৰূপে প্ৰকাশ কৰি অসমীয়া শিশু সাহিত্যৰ নতুন যুগৰ সূচনা কৰিলে। আমাৰ শিশু সাহিত্যিকসকলে থলুৱা ( Local ) আখ্যান নাইবা ৰামায়ণ, মহাভাৰত, হিতোপদেশ, পঞ্চতন্ত্ৰ আদি পৌৰাণিক কাহিনীকে অসমীয়াত ৰূপ দিছিল। পাছলৈ ইংৰাজী সাহিত্যৰ পৰা শিশু গ্ৰন্থ অনুবাদ কৰি উলিয়াইছিল। কিন্তু বিদেশী সাহিত্যৰ, "এলিচ ইন দি ওৱাণ্ডাৰলেণ্ড", "গালিভৰ্ছ ট্ৰেভেলচ" অথবা "পিণকিস" আদিৰ দৰে প্ৰখ্যাত মৌলিক শিশু সাহিত্যৰ জন্ম দিব পৰা নাছিল। অৱশ্যে স্বৰ্গীয় হলিৰাম ডেকা আদিয়ে দুই এটা উল্লেখযোগ্য শিশুৰ উপযোগী গল্প লিখাৰ প্ৰমাণ পোৱা যায়। এইখিনিতে কৈ থোৱা ভাল যে, কাকতিৰ "পখিলা" কোনো মৌলিক সাহিত্যৰ পুথি নহয়। এই পুথিৰ "পখিলা" নামৰ প্ৰথম ৰচনা এখন ৰচনাহে। গল্প নহয়। বাকীবোৰ লিখাও শিশুৰ মনোজ্ঞ হৈছে বুলি একে আষাৰতে কোৱা টান। যি বিস্ময়, কৌতুক, সাহসিক কাৰ্যৰ প্ৰতি উৎসাহ, কল্পনাৰ মুক্ত স্ফুৰণ শিশু সাহিত্যৰ উপজীব্য সি পূৰামাত্ৰাই এই পুথিত দেখা দিছে বুলি কব নোৱাৰি। অৱশ্যে এই কাহিনীৰ শিক্ষণীয় দিশটো উলাই কৰিব পৰা নাযায়। লিখকে সেইপিনে সততে দৃষ্টি ৰাখি চলাত লিখাবোৰত এটি গাম্ভীৰ্যৰ পৰশ লাগিছে। শিশুৰ মন স্বাভাৱিকতে কল্পনা প্ৰৱল আৰু চঞ্চল।

যি সাহিত্যাত ইয়াৰ যথাযথ প্ৰয়োগ নাথাকে সি সহজতে শিশুৰ মন আকৰ্ষণ কৰিব নোৱাৰে।

"পাখিলা"ত সন্নিবিষ্ট ৰচনাবোৰলৈ চাই পুথিখন উচ্চ শ্ৰেণীত পঢ়া চেমনীয়াৰ কাৰণেহে উপযোগী বুলিব পাৰি। বিশেষকৈ গ্ৰীক নাট্যকাৰ এৰিষ্টোফেনচৰ "দি ক্লাউদ" বোলা নাটকৰ চমু ৰূপান্তৰটি পঢ়ি শিশুমন ভাগৰি পৰাটো একো আচৰিত নহয়। গ্ৰীক নাটৰ পৰা অনা, "মহিলাৰ সভা" নামৰ সাধুটোৱে সাধাৰণ কৌতূহল সৃষ্টি কৰে। "সোণালী পৰশ", "এমুঠি সৰিয়হৰ গুটি", "নাৰায়ণৰূপী জোঁৱাই", "মাছ অৱতাৰ" আদি গল্প উপযোগী হৈছে। পৰিবেশনৰ ত্ৰুটি হেতু "তুলসীদাস" ৰচনাখনি শিশুমনৰ আকৰ্ষণীয় হৈ উঠিব পৰা নাই। "নাম-মাহাত্ম্য", "অমৰ প্ৰেমিক", "অৰূপ ধুনীয়া তিৰোতা", "নৰকাসুৰ" আদি পুথিৰ আন কেইটিমান গল্প। কাকতিয়ে পুথিৰ গল্পসমূহ একে উৎসৰ পৰা অনা নাই। ইজিপ্ত দেশৰ সাধু, ভাৰতীয় পুৰাণ, বৌদ্ধ জাতক, গ্ৰীক সাহিত্য আদিৰ পৰা আনি ইয়াত থুপাইছে। ইয়াৰ ফলত শিশু মনে সহজে দেশ-বিদেশৰ শিক্ষা-সংস্কৃতিৰ জগতত বিচৰণ কৰিবলৈ সুযোগ পাব। লিখকে কেতিয়াবা কোনো প্ৰবন্ধত স্বদেশৰ ধ্যান-ধাৰণাৰ লগত আন দেশৰ ধ্যান-ধাৰণাৰ তুলনা ডাঙি ধৰিছে। "নাম—মাহাত্ম্য"ত এইদৰে নামৰ তাত্বিক দিশটোৰ প্ৰতি আঙুলিয়াইছে,—"নামেই আত্মা আৰু আত্মাই নাম।" হিন্দুসকলে শব্দ-ব্ৰহ্মত বিশ্বাস কৰে। ব্ৰহ্ম (পৰমাত্মা) শব্দময় আৰু শব্দই (নামেই) ব্ৰহ্ম। এই বিশ্বাস পুৰণিকলীয়া আন আন সভ্য জাতিৰ ভিতৰতো আছিল। খৃষ্টিয়ানৰ বাইবেলত আছে, "In the begining there was the word, the word was God" —আদিতে কেৱল শব্দই আছিল আৰু শব্দই ঈশ্বৰ।" কাকতিৰ 'পখিলা'ৰ বৈশিষ্ট্য এইটোৱে। কিন্তু এনেদৰে শিক্ষণীয় দিশত সততে লক্ষ্য ৰখাত ঠায়ে ঠায়ে কেতবোৰ কথা শিশুৰ বাবে অনাকৰ্ষণীয় আৰু দুৰ্বোধ্য হৈ পৰিছে। এটি উদাহৰণ তুলি দিলোঁ,—"য়ুৰোপ, আমেৰিকা আদি মহাদেশৰ প্ৰত্যেকটো খণ্ড জাতিয়েই সমগ্ৰ মহাদেশৰ সাহিত্য

সংস্কৃতি আদিক নিজ নিজ জাতিৰ সাধনাৰ বস্তু বুলি ভাৱে। কিয়নো ব্যাপক ভাৱে খণ্ড জাতিবোৰে সমস্ত মহাদেশৰেই সংস্কৃতিৰ উত্তৰাধিকাৰী বুলি মানি লয়। সেই কাৰণে ইংলেণ্ড আদি দেশত ফৰাছী, জাৰ্মানী আদি দেশৰ সাহিত্য আৰু সংস্কৃতিৰ আলোচনাৰ কিতাপ অলেখ। ইংৰাজৰ আমোলৰ ৰাজনৈতিক ব্যৱধানৰ কাৰণে অনুৰূপ ভাৱে ভাৰতৰ খণ্ড জাতিবোৰৰ ভিতৰত প্ৰচাৰ লাভ কৰিব পৰা নাই। সেই কাৰণে আন আন প্ৰদেশৰ মানসিক আৰু আত্মিক সাধনাৰ বস্তুবোৰ আমি নিজৰ নিজৰ বুলি ভাবিবলৈ এতিয়াও শিকা নাই। এই দৃষ্টিকোণৰ পৰা চালে তুলসীদাসৰ সাধনা আমাৰ ভাৰতবাসীৰ পূৰ্ব্বপুৰুষ সকলৰ সাধনাৰ এটি অধ্যায় মাথোন।" [তুলসীদাস]

জটিল কথাকো সহজ গল্পচ্ছলে অতৰ্কিতে শিশুৰ মনত সমুৱাই দিব পৰাটোতে শিশু-সাহিত্যিকৰ কৃতিত্ব। তাৰবাবে লাগে ৰচনাৰ সংযম আৰু সৰলতা গুণ, আকৰ্ষণীয় পৰিবেশন ৰীতি। 'পখিলা'ই এই বিষয়ত সকলো ক্ষেত্ৰতে সফলতা অৰ্জন কৰিব পাৰিছে বুলিব নোৱাৰি। তথাপি ক্ৰমবৰ্ধমান অসমীয়া শিশু সাহিত্যৰ বিভাগত পখিলাৰ দাম উলাই কৰা নাযায়।

## অনুবাদ

### ছংছ অৱ দি চেল

সাহিত্য জগতত কোনো নিৰ্দিষ্ট ব্যক্তি বিশেষ এটি বিভাগত পাৰদৰ্শী হোৱাৰ উদাহৰণ বহুত। গল্প লিখকে গল্প লিখাত, নাট্যকাৰে নাটক ৰচনাত আৰু ঔপন্যাসিকে উপন্যাস ৰচনাত শ্ৰেষ্ঠতা প্ৰমাণ কৰে। ঠিক একেদৰে কোনোবাই বুৰঞ্জী লিখাত, কোনোবাই সমালোচনা কাৰ্যত আৰু কোনোৱে অনুবাদ কাৰ্যত মনোনিবেশ কৰে। তাৰ যোগেদিয়েই তেওঁলোকে স্মৰণীয় কিবা একোটি কৰি থৈ যায়।

বাণীকান্তক আমি সমালোচক আৰু গবেষকৰ ৰূপতহে প্ৰধানকৈ পাইছোঁ। সেয়ে আছিল তেওঁৰ সাহিত্য-জীৱনৰ মুখ্য-কৰ্ম। কিন্তু ইয়াৰ পৰা আঁতৰি মাজে মাজে আন আন বিধতো হাত দিছিল। তেনেদৰেই এখনমান পুথি, "Songs of the cell" অনুবাদ কৰি উলিয়াইছিল। অম্বিকাগিৰি ৰায়চৌধুৰীৰ অ'ত-ত'ত সিচৰিত হৈ থকা কেইটামান দেশাত্মবোধক কবিতা থুপাই আনি কাকতিয়ে ইংৰাজীত সেইবোৰ ভাঙি উলিয়ায়। প্ৰায় পোন্ধৰটা চুটি-দীঘল গীত, "Songs of the cell" ত আছে। এইবোৰ গীতহে—কবিতা নহয়। গীতৰ সুৰ আৰু তাল-মান ঠিকে ৰাখি আন এটি ভাষালৈ অনুবাদ কৰাটো সহজ কাম নহয়। বিশেষকৈ ৰায়চৌধুৰীৰ দেশাত্মবোধক গীতৰ যি বৈশিষ্ট্য সি আন অসমীয়া কবিৰ গীত কবিতাত নাই। * এনে গীত কেৱল ৰায়চৌধুৰীৰ দ্বাৰাহে সম্ভৱ হৈছিল।

অনুবাদকৰ অনুবাদ ক্ষমতাই কেতিয়াবা সুন্দৰ সাহিত্যৰ জন্ম দিব পাৰে। এনে এটি ভাৱ গুণ লৈ তেওঁ অনুবাদ কৰি যায় যে সি মূলৰ লগত একে হৈয়ো স্বকীয় ভঙ্গীৰে উজ্জ্বল হৈ উঠে। অনুবাদ আক্ষৰিক নহয়, হব লাগে অনুৰূপ। মূলভাব তাত সদায় ৰক্ষা পৰিব লাগে। তাত বাদে বাকীখিনিত অনুবাদকৰ স্বাধীনতা থাকে। যেতিয়া অনুবাদকৰ

---

* এইখিনিতে স্বৰ্গীয় ভবানন্দ দত্তই দেশাত্মবোধক গীতৰ বিষয়ে কৰা মন্তব্যটি উল্লেখনীয়—"ভাৰতীয় সংগীত সাধনাৰ ক্ষেত্ৰত আগতে উদ্দীপনামূলক আৰু বীৰ্যমূলক গানৰ স্থান নাছিল আৰু জনজীৱনৰ ঐহিক সংগ্ৰামৰ সামূহিক চেতনাৰ উদ্বোধক গানো আগতে নাছিল। ইংৰাজ শাসনৰ ভিত্তবেদি তাৰ প্ৰতিক্ৰিয়া ৰূপেহে ভাৰতত ৰাজনৈতিক জাতীয় চেতনা গঢ় লৈ উঠিব ধৰে। জাতীয় চেতনা গঢ়ি উঠাৰ লগে লগে উদ্দীপনামূলক আৰু সামূহিক কৰ্ম প্ৰেৰণা-মূলক গানৰ প্ৰয়োজন হ'ল। কীৰ্ত্তন, বৰগীত, ওজাপালী আদি সমবেত সঙ্গীত আগতে আছিল যদিও সেইবোৰত বীৰ্য আৰু আত্মগৰিমাৰ ভাৱৰ পৰিবৰ্তে প্ৰশান্তি আৰু আত্মগৰিমাৰ ভাৱহে প্ৰধান আছিল।"

[ ৰবীন্দ্ৰ প্ৰতিভা : ভবানন্দ দত্ত ]

বিশিষ্ট প্ৰতিভাৰে সি সমুজ্জ্বল হয় তেতিয়া অনুবাদ মৌলিক সাহিত্যৰ পৰ্যায়লৈ উঠে। সাহিত্য জগতৰ শ্ৰেষ্ঠ সমালোচকৰ দলেও এই সিদ্ধান্ত মানি লৈছে। আমাৰ সাহিত্যত বনফুলৰ কবি স্বৰ্গীয় যতীন্দ্ৰনাথ দুৱৰাৰ "ৰুবায়ত"ৰ ভাঙনি "ওমৰ তীৰ্থ" এনে সৃষ্টিৰ পটন্তৰ। অৱশ্যে এই কথা বাণীকান্তৰ ক্ষেত্ৰত প্ৰযোজ্য নহয়। কাৰণ তেওঁ অসমীয়াৰ পৰা ইংৰাজীলৈ ভাঙনি কৰিছিল। দ্বিতীয়তে অনুবাদক নিজেও কবি সাহিত্যিক হলে মনি-কাঞ্চন সংযোগ ঘটে। কাকতি নিজে কবি নাছিল, তথাপি এই দুৰুহ কামলৈ আগবাঢ়ি আহি তাক নিয়াৰিকৈ সম্পাদন কৰি তোলাত কাকতিৰ যত্ন পৰিলক্ষিত হয়। পাণ্ডু কংগ্ৰেছত গাবলৈ ৰচা ৰায়চৌধুৰীৰ বিখ্যাত গীত, "বন্দো কি ছন্দেৰে"—

আজি বন্দো কি ছন্দেৰে সমাগত বিৰাট নৰ-নাৰায়ণ ৰূপ,
নৰ-নাৰায়ণ ৰূপ
লাঞ্ছিত পৰাধীন কুণ্ঠিত চিত্ত-মন নাই ফুল চন্দন ধূপ
নাই ফুল-চন্দন ধূপ
দূৰ-দ্বাপৰত শুনিছো পাণ্ডুৱে জয় কৰি সপ্ত ধৰিত্ৰী
যজ্ঞ ৰাজসূয় কৰি সম্পাদন সম্ৰাট হৈ একছত্ৰী—ইত্যাদি।

কাকতিয়ে ভাঙিছে,

In what verse
Shall I sing your welcome
O you image of God in men
You image of the vast
In this assembled host !

My tongue's fettered
My heart's enslaved
I have no flowers
No incense to lay at your feet.

In distant past
the Pandavas performed a
Rajasuya……ইত্যাদি

কেতিয়াবা দুশাৰী গীতক কাকতিয়ে চাৰিশাৰীতো অনুবাদ কৰিছে,

এইটো নহয় হাঁহি-তামছাৰ ভাগৰ জুৰোৱা গান,
ই যে জীৱন মৰণ একাকাৰ কৰা অগ্নিবীণাৰ তান
( ই যে অগ্নিবীণাৰ তান )

**অনুবাদ ঃ**

"Mine is not a song of laughter and
revelry, cooling weary limbs
Mine is a stroke on the harp of fire
that unifies the dead and the quick."

গীতবোৰৰ ওজস্বীতা গুণৰ কাৰণেই প্ৰায়বোৰ অনুবাদ ভাঙি ভাঙি কৰিব লগীয়া হৈছিল। ইয়াৰ ফলত গীতৰ মূল সত্বাৰ বিকাশত কিছু বাধা হৈছিল যদিও প্ৰাঞ্জলতা হেৰুৱা নাই। বায়চৌধুৰীক অনুকৰণ কৰা বিদবে টান, সেইদৰে তেওঁৰ গীতৰ যথাযথ অনুবাদো সহজ নহয়। আনফালে গীতবোৰৰ বিশেষ অভিব্যক্তি ভাত ব্যৱহৃত শব্দৰাজিৰ মাজেদি বিদবে ফুটি ওলাইছে, সেইদৰে উপযুক্ত ইংৰাজী প্ৰতিশব্দৰ যোগে তাক প্ৰকাশ কৰা সহজসাধ্য নহয়। বায়চৌধুৰীৰ, "মুক্তি শঙ্খ বাজেগাজে ভেদি"ৰ ধ্বনি-মাহাত্ম্য কাকতিৰ—"The conch-shell of deliverance, sound piercing through the plains"—আদি অনুবাদত পূৰামাত্ৰাই ৰক্ষা পৰা নাই। এই কাৰণেই হয়তো "Songs of the cell"ৰ পাতনি লিখক উড়িষ্যাৰ শ্ৰীলক্ষ্মীনাৰায়ণ সাহুই মন্তব্য দিছে, "In translation the beauty and the perfume of the original poetry is lost and only the spirit of his mother country is borne herein."

উল্লেখযোগ্য যে কাকতিৰ ইংৰাজী অনুবাদিত গীতসমূহ সেই সময়ত "ফ্ৰী প্ৰেছ অব ইণ্ডিয়া" নামৰ বাতৰি যোগনিয়াৰৰ জৰিয়তে সমগ্ৰ ভাৰতত প্ৰচাৰিত হৈ উচ্চ প্ৰশংসা লাভ কৰিছিল বুলি জনা যায়। এই গীত সমূহকে অসমৰ প্ৰথম মুখ্যমন্ত্ৰী গোপীনাথ বৰদলৈয়ে জেলখানাৰ এন্ধাৰ কক্ষত বহি নিতৌ আওৰাইছিল। কিজানি বৰদলৈৰ বহুল অন্তৰখনে বাৰে বাৰে নাচি উঠিছিল যেতিয়া তেওঁ আবৃত্তি কৰিছিল—

"Awake, awake, Hindoos and Moslems
Children of Mother India;
The conch-shell of deliverance.
Sounds piercing through the plains
of Jalianwalabag,
painted red with the heart-blood of
a million brothers."

শেষত কব পাৰি, অনুবাদিত গীতসমূহৰ বহু ঠাইত ইংৰাজী কবিতাৰ ধ্বনি-ছন্দৰ সুৰ লক্ষ্য কৰা যায়।

খণ্ড অনুবাদ: পুথি আকাৰত কাকতিৰ ইংৰাজী অনুবাদৰ কথা বাদ দিলেও, খণ্ড অনুবাদ বহুতো পোৱা যায়। প্ৰতিভাৰ বিচাৰত সেইবোৰক সামৰি লোৱাত একো দোষ হব নোৱাৰে। তেওঁৰ প্ৰবন্ধ ৰচনাৰ মাজে মাজে উদ্ধৃতি ৰূপত এনে অনুবাদিত অংশবোৰ পোৱা যায়। এইবোৰ বিশেষকৈ সংস্কৃত নাইবা ইংৰাজী সাহিত্যৰ অংশ বিশেষৰ অসমীয়া অনুবাদ। খণ্ডিত অনুবাদ হ'লেও তাৰ ভিতৰেদি কাকতিৰ প্ৰতিভা বিৰিঙি ওলাইছে। ঋকবেদৰ সংস্কৃত পংক্তিৰ অসমীয়া অনুবাদ চাওঁক, —"হে নিশাদেবী মোৰ এই স্তোত্ৰটো দাৰ্ড্য ৰথৰীতিৰ ওচৰলৈ লৈ যোৱা আৰু মোৰ কথাবে কৰা তেওঁৰ কন্যাৰ পৰা মোৰ প্ৰণয় উলটি অহা নাই।" [ সাহিত্য আৰু প্ৰেম ]

( মূল শ্লোক: "এতৎ মে স্তোমমুৰ্ব্বো দাৰ্ড্যায় পৰা বহ গিৰো দেবি ৰথীৰিব। উত মে বোচতাদিতি সুতসোমে ৰথবীতৌ কামো অপবেতি মে।" )

আকৌ ইংৰাজী কবিতাৰ ধ্বনিৰ লগত তাল মিলাই তেওঁ তলৰ ছোৱা অনুবাদ কৰিছে; "নেযানো উপদেশ, নেমানো কোনো প্ৰতিকাৰ। লাগে মাথোন

মোক মৃত্যু, য'ত সকলো উপদেশ আৰু প্ৰতিকাৰৰ ওৰ পৰে।
অ' ৰমনীয় কমনীয় মৰণ তই গোন্ধময়, বাষ্পময়, পূৰ্ণ গলনৰ
নৱৰূপ। উঠি আহ, চিৰ এন্ধাৰৰ শয়নতলিৰ পৰা।"

[ সাহিত্যত করুণ ৰস ]

মূল কবিতা ছোৱা:

"No I defy all counsel, all redress
But that which ends all counsel, true redress
Death, death! O amiable, lovely death
Thou odoriferous stench, sound rottenness
Arise forth from the conch of lasting night.")

মূল কবিতাৰ কথাখিনি গদ্যত ভাঙিলেও তাৰ অসংযত শোকৰ ভাবটি ইয়াত ৰক্ষা পৰিছে। এটা কথা এইখিনিতে কোৱা উচিত হব যে, এইবোৰ তেওঁ অনুবাদৰ কাৰণেই অনুবাদ কৰা নাছিল। এই অনুবাদ আছিল প্ৰাসঙ্গিক। কিন্তু যেতিয়া মনপুতি অনুবাদ কৰে তেতিয়া সি কাকতিৰ কলমেদি নিভাঁজ ৰূপত ওলাই আহে। ভাষাৰ লালিত্য, শব্দ-প্ৰয়োগৰ উচিত্য গুণত তাক আৰু অনুবাদ যেন নালাগে। "সাহিত্য আৰু প্ৰেম" পুথিত আমীয়েলৰ "Journal Intime"ৰ অনুবাদিত এটি অংশলৈ মন কৰক:

"এতিয়া নিশা দহোটা বাজিল। জোনৰ পোহৰে ঘৰৰ চালখনক এটি অনাতুৰা ৰহস্যময়ী দীপ্তিৰে উদ্ভাসিত কৰি মনোমোহা কৰি তুলিছে। ঝিৰ, ঝিৰ কৰি বতাহ, আকাশতো কেইডোখৰমান উটি ফুৰা ডাৱৰ বনাই ফুৰিব লাগিছে। এই স্নিগ্ধ, গৌৰ প্ৰভাৰাশিয়ে ওপৰৰ পৰা প্ৰাণ বিৰিভা, স্তিমিত শান্তিকণা বৰষিব লাগিছে। তৰাবোৰ জিলিকিছে, গছৰ পাতবোৰ ৰূপালি পোহৰত তুলিব লাগিছে। চাৰিওকালে কোনো

সাৰ-সুৰ নাই। গছৰ তলৰ একাবেঁকা বাটবোৰত অন্ধকাৰ ৰাশি স্তূপীকৃত হৈ থকা যেন লাগে। সকলো যেন গাম্ভীর্য্য আৰু ৰহস্যেৰে আচ্ছন্ন। অ' নিশা, অ' নীৰৱতা, অ' নিস্তব্ধকাল। বিষাদ আৰু মধুৰতা তোমাৰেই লগৰীয়া, তুমিয়েই মনত বিষাদ কালিমা ঢালি দিয়া, তুমিয়েই শান্তিও দিয়া। পৃথিৱীৰ পৰা লুপ্ত হৈ যোৱাবোৰৰ সোঁৱৰণি তুমিয়েই জগাই তোলা, আগলৈ নাইকিয়া হোৱা লগৰীয়াবোৰৰ আগবাতৰিও তুমিয়েই সূচনা কৰা। কিন্তু তুমিয়েই ধৈর্য্য ধৰিবলৈ উদগোৱা আৰু। তুমিয়েই জিৰণিও দিয়া।"

# ৰচনা-শৈলী

কাকতিৰ ৰচনা-সৌষ্ঠৱৰ বিশেষত্ব মন কৰিবলগীয়া। ইংৰাজীত এষাৰ কথা আছে, Style is the man', কাকতিৰ ৰচনা-কাৰ্য্যত কাকতিৰ ব্যক্তিত্বৰ আভাস আছে। প্ৰভূত অধ্যয়নৰ ফলত তেওঁৰ ভাষা-শৈলীয়ে এটি বিশিষ্ট ৰূপ পৰিগ্ৰহণ কৰিছিল। বেছিভাগ ৰচনাতে ইংৰাজী নাইবা সংস্কৃত সাহিত্যৰ উক্তি বিশেষৰ দ্বাৰা বিষয়বস্তু পৰিস্ফুট কৰাৰ আগ্ৰহ দেখা যায়। এটি উদাহৰণ লোৱা যাওক। "সাহিত্য আৰু প্ৰেম," পুথিৰ "নাৰী হৃদয়" বোলা ৰচনাত হেলইছাই আবেলাৰ্ডৰ অনুমতি অনুসৰি জীৱনৰ সকলো আনন্দ বিসৰ্জন দি ডেকা বয়সতে বুঢ়া কালৰ উপযোগী ওৰণি লবলৈ ওলাইছে। তেতিয়া সঙ্গিনীসকলে তেওঁক বাধা দিছে। কাকতিয়ে সংস্কৃত সাহিত্যৰ শকুন্তলাৰ উদাহৰণটিৰে এই ভাৱটো প্ৰকাশ কৰিছে। শকুন্তলাক আশ্ৰমত গছৰ বাকলি পিন্ধি থকা দেখি অপূৰ্ব যৌৱনা দেহটিৰ প্ৰতি লক্ষ্য কৰি ৰজা দুষ্মন্তই কৈছিল— "কিমিত্যপাস্য ভূষণানি যৌবনে ইডং ধৃতা বাৰ্দ্ধক্য শোভি বল্কলম্।" যৌৱন মণ্ডিত দেহত গছৰ বাকলিয়ে শোভা নকৰে। সেইদৰে হেলই-

ছাই ডেকা কালতে জীৱন উপভোগৰ সকলো আশা ত্যাগ কৰি ওৰণি লোৱাটো জানো উচিত হৈছে। ইয়াত উক্তিৰ সহায়ত ভাবটো অধিক চিত্ৰময়, কাব্যময় হৈ উঠিছে।

তেওঁ ভাষাক ভাৱৰ প্ৰকৃত বাহন হিছাপে ব্যৱহাৰ কৰিছিল। চিন্তাধাৰাক যথাযথ ভাৱে ৰূপ দিবলৈ স্বকীয় শব্দ, উপমা আৰু চিত্ৰৰ উদ্ভাৱন কৰিছিল। উদাহৰণ স্বৰূপে, মাধৱদেৱৰ ভক্তজীৱনৰ সৰ্বস্ব "নামঘোষা" পুথিৰ অন্তৰ্গত কবিতাবোৰৰ স্বৰূপ বুজাবলৈ এই দীঘলীয়া শব্দটো ব্যৱহাৰ কৰিছে,—"দৈন্য-কৰুণা-বিগলিত কবিতা।" পুৰণি অসমৰ চিত্ৰবিদ্যাৰ প্ৰসঙ্গত,—"চূড়ান্ত-অভিব্যক্তি-প্ৰদৰ্শক—" চিত্ৰৰ কথা কৈছে। নাইবা "বধকাব্য" শীৰ্ষক প্ৰবন্ধত, 'ভক্তি মাহাত্ম্য ব্যঞ্জক'—মহাভাৰতৰ বনপৰ্বৰ উল্লেখ কৰিছে। তেওঁ এইদৰে স্বকীয় ভঙ্গীত ভাষাক ব্যৱহাৰ কৰিছিল। কিন্তু তাৰদ্বাৰা এইটো সুবুজায় যে, তেওঁৰ হাতত ভাষাই পঘাচিঙা গৰুৰ দৰে উদং হৈছিল। শুদ্ধ ব্যাকৰণ-জ্ঞান থকা বাবেই শব্দ গঠনি আৰু ভাষাই কেতিয়াও নীতিবিৰুদ্ধভাৱে গতি কৰিব পৰা নাছিল। অপক্ক ভাষা জ্ঞানেৰে সাহিত্য সৃষ্টিত মনোনিৱেশ কৰা আমাৰ বহুতো লিখকে অপপ্ৰয়োগ আৰু ভুল অনুকৰণৰ দ্বাৰা সাহিত্যক বিকৃত কৰে। ব্যাকৰণৰ বিশেষ ব্যুৎপত্তিৰে বাণীকান্তই সুন্দৰ, পৰিমাৰ্জিত আৰু স্বকীয় ভঙ্গীমাৰে প্ৰাঞ্জল সাহিত্য সৃষ্টি কৰিছিল। অনেক অৱহেলিত শব্দকো ব্যাকৰণৰ নিয়ম বান্ধি দি সাহিত্যত স্থান দিছিল আৰু অনাৱিষ্কৃত উপমা আদি তেওঁৰ হাতত উপাদেয় হৈছিল। "এপগীয়া ভকতৰ চকু" যেনেদৰে অৰ্থপূৰ্ণ সেইদৰে "তকিৰ", "ধাৰাল", "হৃদয়ৰ কাতৰ্য্য ভাব", "ঈশ্বৰৰ গৌৰৱ-ধ্যান" প্ৰভৃতি শব্দৰাজি প্ৰকৃত ভাৱৰ বাহকৰূপে প্ৰয়োগ হৈছিল। মকৰা উপমা প্ৰয়োগেৰে ভাষাত লালিত্য সানি এনে মনোৰম ৰচনাশৈলী তেওঁ নিৰ্মাণ কৰিছিল যে তাৰ ভিতৰেদি তেওঁৰ সুনিপুন কাৰিকৰীহে ব্যক্ত হৈ পৰিছে। তলৰ অংশটোলৈ মন কৰক; "মৌ মাখিয়ে ফুলে ফুলে উৰি মধু আহৰণ কৰি মৌচাক নিৰ্মাণ কৰে, সেই চাকৰ কিমান আদৰ। মকৰাই কিন্তু নিজৰ পেটৰ পৰা বিজলুৱা

এঠা উলিয়াই জাল বয়। তিৰোতাই বাচনীবে সেই কৃত্রিম সূতাৰ জাল সাৰি পেলায়। নীৰৱ সাধকসকল মৌ মাখিব স্বিচিনা হব লাগিব। তেওঁলোকে বুৰঞ্জীৰ নানান যুগৰ ৰাজনীতি, সমাজনীতি, সাহিত্য বিজ্ঞানৰ মৌ আহৰণ কৰি মৌচাক গঢ়ি তুলিব লাগিব। সেই মৌচাকৰ পৰা নিজৰ জীৱনো মধুময় আৰু চহকী হৈ পৰিব। সমাজ কেতিয়াও নৌহেৰায়। 'গুণাঃ পূজাস্থানং গুণিষু, ন চ লিঙ্গং ন চ বয়াঃ' গুণী পুৰুষসকলৰ আদৰণীয় স্থান গুণ, জাতি ধৰ্ম্ম ভেদে পৰিচয় বা বয়স নহয়।" [ নীৰৱ সাধনা ]

কেতিয়াবা চিত্ৰৰ সহায়েৰেও তেওঁ মনৰ ভাব প্রকাশ কৰিছিল। তেওঁৰ সমালোচনা সাহিত্যৰ স্বৰ্ণসৌধ 'পুৰণি অসমীয়া সাহিত্য' পুথিত ইয়াৰ উদাহৰণ বিৰল নহয়। পুথিৰ "নামঘোষা" প্ৰবন্ধত নামঘোষা পুথিখনৰ মাধৱদেৱৰ জীৱনৰ লগত সম্বন্ধ স্থাপন কৰি তাৰ মূলগত ৰহস্য আবিষ্কাৰ কৰি কৈছে, "হিমালয়ৰ নিভৃত শৃঙ্গৰ অনন্ত তুহিনৰাশিয়েই গলি গৈ ভৈয়ামত নানান নদ-নদীৰূপে অৱতীৰ্ণ হোৱাৰ দৰে এই তিনিও ধাৰ'ৰেই মূল কাৰণ হৈছে মাধৱদেৱৰ ৰসময়ী ভক্তিৰ আবেগ।" ইয়াত প্রকাশ হোৱা ত্ৰিধাৰাৰ বিষয়ে তেওঁ কৈছে, কৃষ্ণ মাহাত্ম্য, গুৰু সেৱা, আৰু নাম-মাহাত্ম্য। আকৌ মাধৱদেৱৰ শেষ বয়সৰ ৰচনা "নামঘোষা"ৰ সুৰৰ সংজ্ঞা দিবলৈ ইংৰাজী কৱিতাৰ অন্তিম কালত নৈত উটি গৈ গৈ গীত গাই গাই গীততে পমি মৰা চৰাইটোৰ চিত্ৰ আনি সংযোগ কৰি দিছে। সেইদৰে মানৱ সমাজৰ ওপৰত বৰগীতৰ প্ৰভাৱ,—"মৰুভূমিত উটে পানাৰ গোন্ধ লৈ জলাশয় বিচৰাৰ" লগত সামঞ্জস্য সাধন কৰিছে। উপমা প্ৰয়োগত তেওঁ সময়ে সময়ে নিপুণ শিল্পীৰ পৰিচয় দিছে,—"তুমি কাব্য বিৰাট ভাবৰ খলকনি এটিৰ পৰা ওলাইছে। ইয়াৰ সকলো ছেদতেই আশ্চৰ্য্য তন্ময়তাৰ ভাব শিলৰ ওপৰেদি ৰবিত পৰিত ছিটিকি পৰা জলপ্ৰপাতৰ তৰঙ্গ ভঙ্গৰ দৰে দৃশ্যাঙ্কৰী ক্ষিপ্ৰগতিৰ চুটি পদবোৰে অনুভূতিৰ তীব্ৰতা বিচিত্ৰ সৌন্দৰ্য্যময়ী ভাষাৰে প্ৰকাশ কৰিছে।"

[ তুমি : ৰায়চৌধুৰী ]

বাণীকান্তৰ ৰচনাশৈলীত ভাব আৰু ভাষাই এনেদৰে চপল গতিৰে নৃত্য ভঙ্গীমা দি দি আতঁৰি যায়। কাব্যিক অভিব্যঞ্জনাৰ উপমা প্ৰয়োগত সংস্কৃত সাহিত্য বৰ চহকী। ইয়াৰ প্ৰভাৱ বাণীকান্তৰ ওপৰত পৰাটো একো আচৰিত নহয়। কাৰণ পশ্চিমীয়া সাহিত্যৰাজি তেওঁ যিদৰে অধ্যয়ন কৰিছিল, সেইদৰে সংস্কৃত সাহিত্যৰ অধ্যয়নৰ ক্ষেত্ৰও আছিল বিশাল। ৰচনা পদ্ধতিত তেওঁ কাৰোবাক মনে প্ৰাণে গুৰুৰূপে বৰণ কৰি লৈছিল নে নাই সেই বিষয়ে সঠিক জনা নগ'লেও, বেজবৰুৱাৰ ভাষা-শৈলীৰ প্ৰতি বিশেষভাবে আকৃষ্ট হৈছিল বুলি জানিব পৰা যায়। বেজবৰুৱাৰ ভাষাৰ কি গুণে তেওঁক ইমানকৈ আকৰ্ষণ কৰিছিল, সেয়া কাকতিৰ নিজৰ কথাতে ওলাই পৰিছে,—"বৰ্ত্তমান অসমীয়া সাহিত্যত বেজবৰুৱাৰ ৰচনাৱলীত বাজে প্ৰকৃত সাহিত্যিক ৰচনাৰীতি ( Literary style ) আন ঠাইত অতি বিৰল। নিজাঁজ অসমীয়া ঘৰুৱা শব্দ, কিন্তু উপযুক্ত ঠাইত উপযুক্ত ভাবৰ বাহন স্বৰূপে ব্যৱহাৰ কৰিলে তাৰ যে কি মধুৰ ঝংকাৰ, কি প্ৰকাশিকা শক্তি, কি ধ্বনি, তাৰ উদাহৰণ, 'বুঢ়া আইৰ সাধু', 'কৃপাবৰ্দেউতা আৰু নীতি ল'ৰা।' অতি সাধাৰণ কথা এটিও বেজবৰুৱাৰ ভাষাৰ সাজ পিন্ধিলে মনোমোহা হৈ উঠে।"

[ বেজবৰুৱাৰ সাহিত্য প্ৰতিভা : সবিতা সভা ]

এই একান্ত অনুৰাগৰ বাবেই ইংৰাজ পণ্ডিত ড° জনছনৰ ধৰণে কাকতিয়ে কৈছে : "অসমত নিজক বাদ নিদিয়াকৈ সকলো উৎসাহী অসমীয়া লিখকক কব খোজোঁ, বেজবৰুৱাৰ ৰচনা-পদ্ধতিৰ প্ৰতি সবিশেষ মন নিদিয়াকৈ অসমীয়া লিখিবলৈ যোৱাটো ভাষাৰ প্ৰতি অবিচাৰ কৰা হয়।" [ বেজবৰুৱাৰ সাহিত্য প্ৰতিভা : সবিতা সভা ]। কাকতিয়ে নিজক বাদ দিয়া নাছিল। সেইবাবে তেওঁ নিজাঁজ অসমীয়া ভাষাৰ জন্ম দিব পাৰিছিল।

তেওঁৰ লিখনীৰ আন এটি বৈশিষ্ট্য হ'ল, ভাষাৰ গাম্ভীৰ্য আৰু ভাবৰ সংযত প্ৰকাশ। সাহিত্যৰ মুখ্য উপাদান হ'ল ভাব আৰু ভাষা। সাহিত্য সূত্ৰৰ সংজ্ঞাকাৰী সকলেও কৈছে, "শব্দাৰ্থৌ সহিতৌ কাব্যম্"।

গতিকে যিয়েই লিখা নহওঁক কিয় ভাব আৰু ভাষাৰ সামঞ্জস্য থাকিলে সি সুখপাঠ্য হৈ পৰে আৰু সহজে মানুহৰ অন্তৰ স্পৰ্শ কৰিব পাৰে। ভাষা প্ৰাঞ্জল আৰু গতি যদি মুক্ত হয় তাত ভাবৰ অস্পষ্টতা থাকিব নোৱাৰে। কাকতিৰ ৰচনাত এই গুণ প্ৰধানভাৱে পৰিলক্ষিত হয়। ভাবত আপোন মনৰ মাধুৰী সানি সংযত গতিৰে তেওঁ তাক ব্যক্ত কৰিছিল। কোনো লিখাই অনাৱশ্যকীয় কথাৰে ভাৰাক্ৰান্ত নহয়। শব্দবিলাকো জুখি জুখিহে ব্যৱহাৰ কৰা যেন লাগে। আকৌ জনছনৰ ভাষাৰে কব পাৰি,—

Every word seems to drop by chance though it falls into its proper place. Nothing is cold or languid the whole is airy, animated and vigorous; what is little is gay, what is great is splendid.

(Dryden as critic and poet)

---

# দ্বিতীয় ভাগ

## "গবেষণা সম্ভাৰ"

গবেষণা কাৰ্য প্ৰকৃতপক্ষে দুৰূহ কাম। সকলোৱে সহজে এই পথলৈ আগ নাবাঢ়ে। তুলনামূলক অধ্যয়ন, গভীৰ প্ৰজ্ঞাদৃষ্টি আৰু অনুসন্ধিৎসু মন—এই আটাইবোৰ গুণ গবেষণাৰ কাৰণে অপৰিহাৰ্য। কিন্তু এই-বোৰ গুণ থাকিলেও গবেষণা কাৰ্যত আগবাঢ়িব নোৱাৰিব পাৰে, যদি নাথাকে ধৈৰ্য আৰু চিন্তাৰ একাগ্ৰতা। কিন্তু কাকতিৰ বাবে গবেষণা আছিল জীৱনৰ সহচৰ। গবেষণাই তেওঁক দি্ছিল মনৰ শান্তি আৰু আনন্দ। সময়ৰ প্ৰয়োজনৰ উপৰিও মনৰ কৌতূহল নিবাৰণ কৰিবলৈ, এইবোৰ কামত মনোনিবেশ কৰি্ছিল।

তেওঁৰ গবেষণা বিষয়ৰ সৰ্বোত্তম পুথি, "অসমীয়া ভাষা—ইয়াৰ গঠন আৰু ক্ৰমবিকাশ"। তাৰ বাহিৰেও, "বিষ্ণুৰাইট মিথছ এণ্ড লিজেণ্ডছ", "মাডাৰ গডেছ কামাখ্যা", "পুৰণি কামৰূপৰ ধৰ্মৰ ধাৰা", "কলিতা জাতিৰ ইতিবৃত্ত"—ইত্যাদি বিবিধ বিষয়ৰ গবেষণামূলক পুথি প্ৰধান। ইয়াৰে প্ৰথম চাৰিখন সংস্কৃতিমূলক বিষয়ৰ। তাৰ ভিতৰত প্ৰথম তিনিখনৰ ভাষা ইংৰাজী, পাছৰ দুখনৰ ভাষা অসমীয়া। শেহৰ পুথিখনৰ বিষয়বস্তু সমাজতত্বৰ আলোচনা সম্পৰ্কীয়।

### ভাষাতাত্বিক

কটন কলেজত কাম কৰি থকা কালছোৱা কাকতিৰ সাহিত্যিক জীৱনৰ উল্লেখনীয় সময় বুলি কব পাৰি। এই কালছোৱাতে ৰচনা কৰে, "অসমীয়া ভাষাৰ গঠন আৰু ক্ৰমবিকাশ" (Assamese its formation and development) বোলা পুথিখন। এই পুথি অসমীয়া ভাষা সাহিত্যৰ বাবে শিলৰ গম্বুজ স্বৰূপ। ইয়াৰ যোগেদি তেওঁ অসমীয়া ভাষাৰ 'কুতুব মিনাৰ'টো সাজি দিগ'ল। ন'হলে অসমীয়া ভাষাৰ

ভিত্তি কেতিয়াবাই খ'হি যোৱাৰ উপক্ৰম হৈছিল। এইখিনিতে আমি অসমীয়া ভাষা-আলোচনাৰ ইতিহাসলৈ উলটি চোৱা উচিত হব।

অসমীয়া ভাষাৰ আলোচনা আৰম্ভ হয়, 'অৰুণোদই' কালতে। অংশ গ্ৰহণ কৰিছিল মিছনাৰী সকলৰ বাহিৰেও আমাৰ হেমচন্দ্ৰ বৰুৱা, আনন্দৰাম ঢেকিয়াল ফুকন আদিয়ে। মিছনাৰীসকলৰ আখৰ জোঁটনি আমাৰ বাবে আছিল আচহুৱা। হেমচন্দ্ৰই ইয়াৰ বিৰোধিতা কৰি তাৰ ঠাইত সংস্কৃতীয়া ৰীতি প্ৰচলনৰ বাবে দৃঢ় মত ডাঙি ধৰিছিল। তেওঁ অসমীয়া ভাষাৰ বাবে ব্যাকৰণ পুথি আৰু যাউতিযুগীয়া "হেমকোষ" অভিধান ৰচনা কৰি থৈ যায়। কিন্তু অসমীয়া ভাষাৰ নিগাজী ৰূপটো সাব্যস্ত কৰিবলৈ তেতিয়াও বহু কাম বাকী আছিল। পানীৰ বুৰবুৰ আৰু মানুহৰ ভাষা একে কথা। ক'ত তাৰ আৰম্ভ আৰু ক'ত তাৰ শেষ কোৱা নাযায়। ভাৰতীয় প্ৰাচ্য ভাষাসমূহ যেনে—অসমীয়া, বঙলা, উড়িয়া, বিহাৰী আদি পূৰ্ব-মাগধী অপভ্ৰংশৰ পৰা উৎপত্তি হৈছে বুলি পণ্ডিতসকলে প্ৰমাণ কৰিছে। কিন্তু প্ৰাদেশিক পৰিস্থিতি আৰু স্থানীয় বা-বতাহৰ প্ৰভাৱত বেলেগ বেলেগ ঠাইত স্বকীয়া ভাষাৰ সৃষ্টি হ'ল যদিও সিহঁতৰ মাজত ভালেখিনি সাদৃশ্য আছে। এনে পৰিস্থিতিত ৰাজনৈতিক বা অন্য কাৰণত, একাংশ বঙালী লোকে অসমীয়া ভাষাটো কোনো স্বতন্ত্ৰীয়া ভাষা নহয়, বৰং বঙালী ভাষাৰে "উপভাষা" (Off-shoot) বুলি দাবী কৰিছিল। সেই দাবী কিমান অযুক্তিকৰ আৰু অন্যায় ধৰণৰ আছিল তাক প্ৰথমবাৰৰ কাৰণে দহহীয়াকৈ প্ৰমাণসহ দেখুৱাই দিলে কাকতিয়ে। অসমীয়া ভাষাৰ বৈশিষ্ট্য প্ৰমাণ কৰোঁতে তেওঁ অনেক শ্ৰম কৰিবলগীয়া হৈছিল। এইখিনিতে কব পাৰি কাকতিৰ আগতেও অসমীয়া ভাষাটো সম্পৰ্কে গধুৰ আলোচনা চলিছিল। তাৰ প্ৰমাণ হিচাপে শ্ৰীদেবানন্দ ভড়ালীৰ, "অসমীয়া ভাষাৰ মৌলিক বিচাৰ"; আৰু শ্ৰীকালিৰাম মেধিৰ, "অসমীয়া ব্যাকৰণ আৰু ভাষাতত্ত্ব" পুথি দুখন আমি পাইছোঁ। শ্ৰীভড়ালীৰ পুথিখন সৰ্বপ্ৰথম প্ৰচেষ্টা আৰু এইবিষয়ে এটি গভীৰ আলোচনাৰ মাজলৈ যোৱাৰ চেষ্টা চকুত পৰে। কিন্তু সকু

কলেৱৰৰ এই পুথিখনত অসমীয়া ভাষাতত্ত্বৰ পূৰ্ণাবয়ব আলোচনা পোৱা নাযায়। অসমীয়া ভাষাৰ জন্মকথা ক'বলৈ গৈ তেওঁ এটি স্বকীয়া মত ডাঙি ধৰিছে। অৰ্থাৎ মাগধী অপভ্ৰংশহে অসমীয়া ভাষাৰ উৎপত্তিৰ মূল সেই তত্ত্ব তেওঁ স্বীকাৰ কৰিব খোজা নাই। কিন্তু তেওঁৰ সিদ্ধান্ত গ্ৰহণযোগ্য নহ'ল। এই প্ৰয়াসত ভড়ালীৰ ব্যৰ্থতা চকুত পৰে যদিও তেওঁৰ গবেষণামূলক আলোচনাৰ ভিত্তিয়ে বহুতো তথ্যৰ সন্ধেদ দিয়াত সহায়ক হ'ব।

শ্ৰীমেধিয়ে চৰকাৰী চাকৰীত থাকোঁতে তেখেতৰ ভাষাতত্ত্ব বিষয়ক পুথিখন ৰচনা কৰে। এইখন ৰচনা কৰোঁতে প্ৰায় বাৰ বছৰ সময় লাগিছিল বুলি জনা যায়। পুথিৰ পাতনিত তেওঁ অসমীয়া ভাষাৰ উৎস আৰু গঠন সম্পৰ্কীয় বিশদ আলোচনা কৰিছে। পুথিত অসমীয়া ব্যাকৰণৰ নিয়ম আৰু সূত্ৰৰ বহল আলোচনা কৰিছে যদিও পূৰ্ববৰ্ত্তী বৈয়াকৰণিক সকলৰ দৰে সংস্কৃত ব্যাকৰণকে অনুকৰণ কৰা নাই। সংস্কৃত, প্ৰাকৃত ভাষাৰ যোগেদি অসমীয়া ব্যাকৰণৰ সূত্ৰ বিচাৰি গৈছে। তেওঁৰ নিজৰ কথাৰে, Words and grammatical forms have a history of their own, throwing light on ethnology, archaeology and general history, and a consideration of all such materials is indispensable in a work of this kind. My aim is to show what they are, not what they should be." তেখেতৰ আলোচনাত দৃঢ় মতৰ অভাব দেখা যায় যদিও পুথিখনে অসমীয়া ভাষাতত্ত্বৰ আলোচনাত বিশেষ অৰিহণা যোগাইছে।

অসমীয়া ভাষাৰ পূৰ্ণ পৰ্যায়ৰ আলোচনাৰ সঁফুৰাটি মেল খালে ডঃ কাকতিৰ হাতত। তেখেতে বহুতো অনাবিষ্কৃত তথ্য পোহৰলৈ আনি আৰু অমীমাংসিত প্ৰশ্নৰ ওৰ পেলাই ভাষাৰ স্বৰূপটো নিৰ্ণয় কৰিলে। তেতিয়াই তেখেতে অসমীয়া ভাষাৰ জকাটো চালিজাৰি চাই অখণ্ডনীয় যুক্তি আৰু বিশ্লেষণী প্ৰথাৰে ইয়াৰ সাৰৱত্তা প্ৰমাণ কৰি থৈ গ'ল সি

আজিও সুধীজন সমাদৃত। এই পুথি যুগুত কৰোঁতে তেওঁৰ পথপ্ৰদৰ্শকৰ দৰে কাম কৰিছিল, বঙ্গৰ পণ্ডিত ড° সুনীতি কুমাৰ চেটাৰ্জীয়ে লেখা, "বঙলা ভাষাৰ উৎপত্তি আৰু ক্ৰমবিকাশ" (Origin and development of Bengali language) নামৰ পুথিখনে। কেতিয়াবা দুই-এটা কথাৰ আসোঁৱাহ আঁতৰাবলৈ তেখেতে ড° চেটাৰ্জীৰ লগত আলোচনা চলাইছিল। অৱশেষত কলিকতা বিশ্ববিদ্যালয়ে কাকতিক এই গৱেষণা কাৰ্যৰ বাবে পি. এইচ. ডি. ডিগ্ৰী আগ বঢ়ালে। বেজবৰুৱাই অভিনন্দন জনাই "বাঁহী"ত লিখিছিল,—"তেখেতে কাৰোপৰা সহায় পোৱা নাছিল। অথাই সাগৰত পৰি তেখেতে উত্তৰ ভাৰতৰ প্ৰায় কিছুমান ভাষা আৰু আসামৰ বড়ো, খাছীয়া প্ৰভৃতি ভাষা আয়ত্ত কৰি এই বিলাকৰ পৰা নিজৰ লাগতিয়াল তথ্য উদ্ধাৰ কৰিব লগীয়াত পৰিছিল। মফচলত থাকি যি সকলে গৱেষণা কৰিছে সেই সকলেহে বুজে যে এনেবিধ গৱেষণা কিমান দুৰূহ। তাতে আকৌ বিষয়টো হৈছে তুলনামূলক ভাষাতত্ব।" বেজবৰুৱাই ইয়াকো লেখিছিল, "তেখেতৰ থিছিছ অসমীয়া ভাষাতত্বত এটা অমৰ দান। অসমীয়া ভাষাকেই তেখেতে এটা নতুন পোহৰলৈ আনিছে এনে নহয়, ভাৰতীয় ভাষা সমূহ সম্পৰ্কে গৱেষণাত তেখেতে পোহৰ পেলাই এটা নতুন বাট দেখুৱাইছে। এইখন থিছিছেই ভাৰতীয় ভাষাসমূহৰ তুলনামূলক আলোচনাত এটা যুগান্তৰ আনিব বুলি আশা কৰা যায়।"

এই পুথিৰ আগকথাত কাকতিয়ে কেইবাটাও দৰকাৰী কথাৰ অৱতাৰণা কৰিছে। "অসম" নামৰ উৎপত্তি সম্পৰ্কত ভাষাগত তথ্য এটি আগবঢ়াই কৈছে যে, টাই জাতীয় আহোম গোষ্ঠীৰ লোকৰ দ্বাৰা এই দেশ অধিকৃত হোৱাৰ পাচত "আহোম" শব্দটোৱে ৰূপান্তৰিত হৈ "অসম" বুলি পৰিগণিত হ'ল। লগতে ভাষাটোক "অসমীয়া" বোলাৰ কাৰণ সম্পৰ্কেও কহিয়াই দেখুৱাইছে। ইয়াৰ উপৰিও, অসমৰ প্ৰাচীন সীমা, অসমীয়া ভাষাৰ উৎপত্তিৰ মূল, ভাষাটোৰ ক্ৰমিক যুগবিভাগ, কামৰূপী উপভাষা বঙলা ভাষাৰ লগত অসমীয়া ভাষাৰ পাৰ্থক্য, অসমীয়া শব্দমালা, অনাৰ্য

ভাষাৰ প্ৰভাৱ, ইত্যাদি বিষয় কেইটি আগকথাত আলোচনা কৰিছে। অশেষ যত্নেৰে পূৰ্ণ তালিকা প্ৰস্তুত কৰি উদাহৰণৰ সহায়ত বিষয়বস্তুক প্ৰতিষ্ঠা কৰিছে। ইয়াৰ পাছৰ অধ্যায়ত ভাষাটোৰ "ধ্বনিগত" ('Phonology) আৰু "ৰূপগত" (Morphology) দুই ভাগত ভাগ কৰি বৈজ্ঞানিক ৰীতিৰে পুঙ্খানুপুঙ্খ আলোচনা কৰিছে। কাকতিয়ে অসমীয়া ভাষাৰ ব্যাকৰণ লিখিবলৈ যোৱা নাছিল। সেই দৃষ্টিৰে চালে ৰূপতত্বৰ অন্তৰ্গত দুই-এটা অধ্যায় পঢ়ি ব্যৰ্থ মনোৰথ হব লাগিব। কাকতিৰ লক্ষ্য হ'ল, অসমীয়া ভাষাটোৰ সাৰৱত্তা প্ৰমাণ কৰা। তেখেতে দেখুৱাইছে, ই কেৱল আৰ্য-সংস্কৃত ভাষাৰে ঠেঙুলি নহয়। চৌদিশৰ বিভিন্ন অনাৰ্য ভাষা-ভাষীৰ সংমিশ্ৰণে এই ভাষাটোক এটি স্বকীয়া অস্তিত্ব দান কৰিছিল। মূল বিষয়বস্তুক তেখেতে এনেদৰে ভগাইছে,

ধ্বনিগত :—বৰ্ণমালা আৰু তাৰ উচ্চাৰণ সম্বন্ধীয়; শ্বাসাঘাত; আদি-মধ্য-অন্ত্য স্থানত ব্যৱহৃত অসমীয়া স্বৰবৰ্ণৰ ইতিহাস; স্বৰ সঙ্গতি; স্বৰভক্তি; আধুনিক অসমীয়াত ব্যৱহৃত স্বৰবৰ্ণৰ উৎস; সংস্কৃতৰ পৰা অসমীয়ালৈ অহা ব্যঞ্জনৰ ইতিহাস—ইত্যাদি।

ৰূপগত :—অসমীয়া প্ৰত্যয়ৰ ইতিহাস; পদাশ্ৰিত নিৰ্দেশক পদ; শব্দৰূপ; লিঙ্গ; বচন; কাৰক; সৰ্বনামৰ ইতিহাস; অসমীয়া ধাতুৰ আতিগুৰি; স্বাৰ্থিক প্ৰত্যয়; অসমীয়া ভাষাত অনাৰ্য ভাষাৰ উপাদান—ইত্যাদি।

১৯৪১ চনৰ মাৰ্চ মাহত প্ৰকাশ হোৱা এই পুথিখনৰ প্ৰথম ভাঙৰণ কেতিয়াবাই দুষ্প্ৰাপ্য হৈ উঠিছিল। এই পুথি কাকতিয়ে নিজে দ্বিতীয়বাৰ চোৱাৰ সুযোগ নোপোৱাৰ ফলত আমি নতুন তথ্যসম্ভাৰৰ পৰা বঞ্চিত হৈছো। বৰ্তমানে ইয়াক নকৈ সম্পাদনা কৰি উলিওৱা হৈছে যদিও পুথিৰ কেতবোৰ অধ্যায় ইফাল-সিফাল কৰি দিয়াত মূলৰ সঙ্গতি ৰক্ষা পৰা নাই। কাকতিৰ পৰৱৰ্তী সময়ছোৱাত ভাষাতত্ব সম্বন্ধীয় গৱেষণাত

দুই-একে আগবাঢ়িছে যদিও পথ প্ৰদৰ্শন কৰিব পৰা লোক এতিয়াও ভেনেকৈ ওলোৱা নাই।

## সংস্কৃতিবিদ

ভাষাতত্বৰ দুৰুহ আলোচনাৰ বাহিৰে বাণীকান্তই ধৰ্ম-সংস্কৃতিমূলক আলোচনাৰ যোগেদিও নিজ প্ৰতিভা প্ৰমাণ কৰিছে। এইখিনিতে ধৰ্ম আৰু সংস্কৃতিৰ মাজত থকা সূক্ষ্ম প্ৰভেদটি দেখুৱাই দিয়া উচিত হব। ধৰ্মৰ দুটা ফাল, এটা অন্তৰ্মুখী আৰু আনটো বাহ্যিক। মানুহৰ শ্ৰেষ্ঠ চিন্তাৰাজিয়ে অন্তৰ্মুখী ৰূপটোৰ ভিত্তি ৰচনা কৰে; অৰ্থাৎ জীৱন, জীৱনৰ লক্ষ্য আৰু সেই লক্ষ্য সাধনৰ পথ আবিষ্কাৰ ইয়াৰ লক্ষ্য। বাহ্যিক দিশটোত থাকে এই চিন্তাৰাজিক সাধন কৰোঁতে অৱলম্বন কৰা উপায় সমূহ। সহজ কথাত, সৃষ্টিৰ সৰ্বোত্তম শক্তিস্বৰূপ ঈশ্বৰৰ ওচৰত আত্মসমৰ্পনৰ উদ্দেশ্যে বাচি লোৱা ক্ৰিয়া কলাপ বা অনুষ্ঠান আদি। এইবোৰ মূল ধৰ্মৰ লগতে গঢ়ি উঠে যদিও যিদৰে এই বাহ্যিক ৰূপটোৱে ধৰ্মক পূৰ্ণভাৱে নুবুজায় সেইদৰে সংস্কৃতিৰো প্ৰকৃত অৰ্থটো বহন নকৰে। সংস্কৃতিৰ অৰ্থ ব্যাপক যদিও ধৰ্মাচৰণৰ আচাৰ-অনুষ্ঠানবোৰক তাৰ পৰা বাদ দিয়া নাযায়।

অতীত কালৰে পৰা বহুতো বিশ্বাস, আখ্যান—উপাখ্যান আদি হিন্দুৰ দেৱ-দেৱীক কেন্দ্ৰ কৰি প্ৰচলিত হৈ আহিছে। সেইবোৰ কল্পিত আখ্যান যদিও তাৰ ভিতৰেদি আমি জাতিৰ সাংস্কৃতিক ৰূপটো দেখিবলৈ পাওঁ। অনেক ন ন তথ্য পাতি সেই আলোচনাৰ যোগে পোহৰলৈ আছে। "The spiritual heritage of India" বোলা কিতাপত স্বামী প্ৰভবানন্দই লিখিছে,—"The Vedas, as we have seen, are often abstract and difficult. To be comprehended by the multitude they required simplification, expansion, illustration in a word, popularization. Thus it was that alongside of

the Vedas there gradually came into being a large body of writings, sometimes half secular in nature, sometimes almost wholly religious, which are appropriately known as Auxiliary scriptures. These in contrast with the Vedas, are thought of as merely human origin." গতিকে বেদ ৰচনাৰ পৰৱৰ্ত্তী কাল-ছোৱাত ব্ৰাহ্মণ-উপনিষদ আদি বিভিন্ন ধৰণৰ গ্ৰন্থৰাজিৰ ৰচনা হৈছিল। সেইবোৰত গল্পৰ ছলেৰে দেৱ-দেৱী, ৰজা-মহাৰজা আদিৰ আখ্যান ডাঙি ধৰি বেদৰ মূল সত্যক প্ৰতিফলিত কৰিছিল। পুৰাণকাৰ সকলে তাক এনেভাৱে ৰূপায়িত কৰিছিল যে, সেইবোৰ অলৌকিক, অবিশ্বাস্য যেন লাগিলেও প্ৰত্যেকৰে একোটি গূঢ়াৰ্থ আছে আৰু তাক দাৰ্শনিক ব্যাখ্যাৰে বুজোৱাটো সম্ভৱ। পুৰাণ সম্পৰ্কত স্বামী প্ৰভবানন্দই দিয়া মন্তব্যটি লক্ষণীয়: "They have largely moulded public life, belief and conduct in our land for thousands of years, and they must be fully utilized by us if we are to realize the truths of the vedas."

[ spiritual heritage of India ]

এইটো উল্লেখযোগ্য যে, আমাৰ ভাষাত এই ধৰণৰ আলোচনাত আগভাগ লৈছিল ড. কাকতিয়ে। কাকতিৰ এই বিষয়ৰ আলোচনাৰাজি আছিল বিশেষকৈ আবিষ্কাৰ-ধৰ্মী (Explorative)। তেখেতে এনেবোৰ আখ্যানৰ উৎসৰ ওপৰত ৰেখাপাত কৰিবলৈ যত্ন কৰিছে। ইতিমধ্যে অনেক বিদেশী পণ্ডিতে এই বিষয়ৰ গভীৰ আলোচনা চলাই এই সিদ্ধান্তলৈ আহিছে যে, এই আখ্যান-উপাখ্যানসমূহ কেৱল যে ভাৰতীয় আৰ্য গোষ্ঠীৰ মাজতে উদ্ভৱ হৈছিল তেনে নহয়। ভিন ভিন উৎসৰ পৰা ইয়াক বুটলি অনা হৈছিল। মেকডোনাল্ড (Macdonald) আদি পণ্ডিতে কয় যে, এইবোৰৰ উৎপত্তি মানুহৰ মানসিক উৎকৰ্ষ সাধন হোৱাৰো বহু পূৰ্বৰ আৰু ই প্ৰমাণ কৰে যে, ভাৰতৰ প্ৰাচীনতম

অধিবাসীৰ কিছু কিছু প্ৰভাৱ ইয়াৰ ভিতৰেদি বিজয়ী আৰ্য জাতিৰ ওপৰত পৰিছিল। এনেবোৰ সিদ্ধান্তৰ প্ৰতি লক্ষ্য ৰাখি ড. কাকতিয়ে তিনিটা উৎসৰ বিষয়ে আঙুলিয়াইছে, ইণ্ডো-ইউৰোপীয় ; ভাৰতীয় আৰ্য আৰু অনাৰ্য শাখা-সম্ভূত।

**বিষ্ণুৰাইট মিথছ এণ্ড লিজেণ্ডছ ( বিষ্ণুৰ আখ্যান-উপাখ্যান ) :**

হিন্দুধৰ্মৰ এনেবোৰ আখ্যানৰ পৰিধি অতি বহল। সৰ্বমুঠ ওঠৰখন পুৰাণত এই আখ্যানবোৰ লিপিবদ্ধ হৈছে। তাৰে ভিতৰত ছয়খন বিষ্ণু, ছয়খন ব্ৰহ্মা আৰু বাকী ছয়খন শিৱৰ বিষয়ে ৰচিত হৈছিল। ড. কাকতিয়ে, অধিক জনপ্ৰিয় আৰু প্ৰভাৱশালী বিষ্ণু সম্বন্ধীয় আখ্যানৰ পৰা হে কেইটিমান বিষয় নিৰ্বাচন কৰিছে। আলোচনা ক্ষেত্ৰত তেখেতে কেতবোৰ পণ্ডিতৰ মতামত সমান্তৰাল আৰু তুলনামূলকভাৱে সজ্জিত কৰি বিষয়টোত পোহৰ পেলাবলৈ যত্ন কৰিছে। গতিকে সচৰাচৰ ৰচনা-প্ৰবন্ধত থকাৰ দৰে কোনো স্থিৰ সিদ্ধান্ত আগবঢ়োৱাৰ অভিপ্ৰায় তেওঁৰ নাই।

পুথিৰ প্ৰথম প্ৰবন্ধ হ'ল, "নাৰায়ণ দি গড অব দি ডীপ" ইয়াত নাৰায়ণৰ কল্পনা বা তাৰ উৎসৰ স্বৰূপ সম্বন্ধে আলোচনা কৰিছে। এই সম্পৰ্কীয় সকলোবোৰ আখ্যান থুপাই দুবিধ উৎসৰ কথা তেওঁ বৰ্ণাইছে। এটা ভাগত নাৰায়ণে উপকথাৰ ব্যক্তি স্বৰূপে প্ৰজাপতিৰ ওচৰত শিক্ষা গ্ৰহণ ক'ৰিছে। আকৌ আনটোৰ কল্পনামতে তেওঁ জগতৰ অনন্ত জলৰাশিৰ অধিষ্ঠ দেৱতা। নাৰায়ণৰ এই কল্পনাহে ব্যাপক। আনকি নাৰায়ণ শব্দটোৱে পানীৰ ধাৰণা আনি দিয়ে। সংস্কৃত "নাৰা", গ্ৰীক "নাৰোস" ( Nāros ) আৰু লেটিন, "নাৰে" আদি শব্দৰ মিল আছে আৰু ইহঁতে পানীৰ অৰ্থ বুজায়।

কিন্তু পানীৰ দেৱতা নাৰায়ণৰ কল্পনা আন আন দেশৰ আখ্যানতো পোৱা যায়। ভাৰতীয় আখ্যানত মনুৰ বৰ্ণনামতে প্ৰলয় কালত সৃষ্টিকামনাৰে নাৰায়ণে ব্ৰহ্মাৰূপত পানীৰ ওপৰত অধিষ্ঠান কৰিছিল। সেইবাবেই

তেওঁ নাৰায়ণ ( নাৰ-অয়ন )। ভাগৱতত ব্ৰহ্মাৰ ঠাইত "পুৰুষ" বোলা হৈছে। মহাভাৰতত, ব্ৰহ্মাৰ উৎপত্তি বিষ্ণুৰ নাভি পদ্মৰ পৰা। ভাগ্যমান দেৱতা নাৰায়ণ সম্পৰ্কে এটি সুন্দৰ আখ্যান আছে। পৃথিৱীৰ কল্পৰ শেষত মাৰ্কণ্ডেয় ঋষিয়ে এজোপা গছৰ ডালত এটি সুন্দৰ বালক দেখিবলৈ পালে। সেই অসাধাৰণ শিশুটিৰ অনুগ্ৰহতে ঋষিয়ে তেওঁৰ পেটৰ ভিতৰত সোমাই গোটেই বিশ্ব-ব্ৰহ্মাণ্ডখন দৃষ্টিগোচৰ কৰিলে। তেতিয়া ঋষি ভীত হৈ আশ্ৰয় কামনা কৰাত সেই শিশুৰ অনুগ্ৰহত বাহিৰলৈ ওলাই আহিল। তাৰপিছত সেই শিশুয়ে নিজেই ঋষিক স্বকীয় মহিমাৰ কথা কৈ শুনাইছে। কাকতিয়ে ভাৰতীয় আখ্যানবোৰত পোৱা "নাৰায়ণ", "ব্ৰহ্মা" বা "পুৰুষ" কল্পনাৰ মিল বিচাৰি সেই অতীন্দ্ৰিয় গ্ৰাহ্যঃ, সূক্ষ্ম, অব্যক্তঃ, সনাতনঃ, সৰ্বভূতময়ঃ অচিন্ত্য অভিব্যক্তিৰে এই প্ৰবন্ধ সামৰিছে।

এই ধৰণৰ আখ্যানৰ সাদৃশ্য দেখুৱাবলৈ কাকতিয়ে ইজিপ্তীয় সাধুৰ "নু" ( Nu ) দেৱতা টিউটনিক সাধুৰ অলৌকিক শিশুটিৰ কথা আৰু এংলো ছেক্সন সকলৰ Sheaf দেৱতাৰ সাধুলৈ আঙুলিয়াইছে।

সেইদৰে পুথিৰ দ্বিতীয় প্ৰবন্ধ, "কৃষ্ণ বাসুদেব দি অল এনভেলপিং গড"ত বাসুদেৱ নামৰ সাৰ্থকতা আৰু তাৰ মাজেদি কৃষ্ণৰ স্বৰূপ আলোচনা কৰিছে। কৃষ্ণক "ভগৱান" বোলা হয়। ভগৱান অৰ্থে ঐশ্বৰ্যবান স্বৰ্গৰ দেৱতা আৰু সূৰ্যৰ অধিপতি বুলি বুজায়। বাসুদেৱ শব্দটোৱে সূৰ্যৰ লগত থকা সম্বন্ধৰ ইঙ্গিত দিয়ে।

মহাভাৰতৰ শান্তি পৰ্বত নাৰায়ণে নিজেই, সূৰ্যৰ পোহৰৰ দৰে গোটেই পৃথিৱী আবৰি ৰাখে আৰু সকলো জীৱৰ জীৱন ধাৰণৰ উপাদান বাবেই তেওঁক বাসুদেৱ বোলা হয়। সংস্কৃত "বস" ধাতুৰ পৰা বাসুদেৱ হৈছে। ইয়াৰ অৰ্থ "বাস কৰা"। সংস্কৃত "বাস" শব্দৰ দৰে ইংৰাজী আৰু লেটিন ভাষাতো তেনে শব্দৰ প্ৰচলন আছে, যাৰ অৰ্থ "পাত্ৰ" বা "আবাসস্থল"। বাসুদেৱ—"সকলো প্ৰাণীৰ আবাসস্থল"। লোকব্যুৎপত্তি-মূলক অৰ্থত—"পাত্ৰ-ঈশ্বৰ" ( Pat God )। বিশেষকৈ পাত্ৰক বহু-

জাতিৰ' লোকগীত আৰু উপকথাত পাত্ৰ ঈশ্বৰৰ প্ৰতিনিধি-স্বৰূপে গণ্য কৰা হয়।

মহাভাৰত আৰু উপনিষদৰ পৌৰাণিক দেৱদেবীৰ পূজাত পানীপাত্ৰ বা ঘট ব্যৱহাৰ কৰা হৈছিল। দেৱীৰ প্ৰতীক ৰূপেও পাত্ৰ পূজা বহু জাতিৰ মাজত প্ৰচলিত আছে। ৰন্ধন-পাত্ৰ বা পান পাত্ৰক ঈশ্বৰৰ ৰূপত পূজা কৰা হয়। অথৰ্ব বেদৰ "ঘৰ্ম্ম" (Gharma)—চাৰি-ঠেঙীয়া পাত্ৰটো এটা ষাড়ৰ প্ৰতীক। ঋকবেদত অসুৰৰ পান পাত্ৰ নিৰ্মাণ কৰাৰ উল্লেখ আছে আৰু ইয়াক চাৰিটা পাত্ৰত বিভক্ত কৰা হৈছিল। পাত্ৰৰ চাৰিখন ঠেং নাইবা এটা পাত্ৰক চাৰিটা ভাগত ভগোৱা কথাটোৰ নিশ্চয় কিবা প্ৰতীকি অৰ্থ আছে। কাৰ্কতিয়ে মহাভাৰতৰ শান্তিপৰ্বৰ এটি উদাহৰণ ডাঙি ধৰিছে। তাত নাৰায়ণে নাৰদক বাসুদেৱৰ চাৰি ৰূপৰ কথা বৰ্ণাইছে; যেনে—এটা ৰূপত স্বয়ং নাৰায়ণ, আন তিনিটা হ'ল সংকৰ্ষণ, প্ৰদ্যুম্ন আৰু অনিৰুদ্ধ। ঋকবেদৰ "পুৰুষ-সূক্ত"ৰ চাৰিটা অংশই স্বৰ্গ, মৰ্ত্য, পাতাল আগুৰি থকাৰ বৰ্ণনা আছে। গতিকে ওপৰৰ কথাখিনিৰ পৰা আমি বুজিব পাৰিলোঁ যে, "বাসুদেৱ" শব্দটোৱে বিৰাটৰ ধাৰণা মনলৈ লৈ আহে, কিয়নো জল-স্থল জীৱ-জন্তু সকলোৰে ওপৰত অসামান্য প্ৰভাব বিস্তাৰ কৰি থকা সূৰ্যৰ লগত ইয়াৰ সম্বন্ধ বৰ্তমান।

কিন্তু অকল আকাৰেই যথেষ্ট নহয়, তাৰ লগতে চাব লাগিব শক্তিৰ কথাটোও। গতিকে কাৰ্কতিৰ দ্বিতীয় অনুসন্ধান—বাসুদেৱ শব্দটোৱে শক্তি সামৰ্থৰ বিষয়ে সূচনা কৰে নে নকৰে। সূৰ্যৰ লগত সম্বন্ধ থকা মানে, সূৰ্যৰ দৰেই শক্তিশালী। এই বিষয়ে অনুসন্ধান চলাই কাৰ্কতিয়ে মহাভাৰত আৰু হৰিবংশ আদিৰ পৰা উদ্ধৃতি দিছে। উক্ত পুথিত এই "বাসুদেৱ" উপাধি লাভৰ অৰ্থে হোৱা প্ৰতিযোগিতাৰ বিষয়ে তেওঁ আঙুলিয়াইছে। "বাসুদেৱ" বা "পুৰুষোত্তম" উপাধিয়ে কৃষ্ণৰ সৰ্বশ্ৰেষ্ঠ যশ-খ্যাতিৰ সূচনা কৰিছিল বাবেই ইয়াক সকলোৱে গ্ৰহণ কৰিব বিচাৰিছিল।

কিন্তু বাসুদেৱ উপাধিটো কৃষ্ণৰ উদ্ভৱৰ বহুকাল আগৰ পৰাই আছিল। কাৰ্কতিয়ে জৈন ধৰ্মগ্ৰন্থৰ উদাহৰণেৰে তাক প্ৰমাণ কৰিছে।

অৱশ্যে এই উপাধি কেতিয়াৰ পৰা কৃষ্ণৰ নামৰ সৈতে জড়িত হৈ পৰিল তাক সঠিককৈ জনা নাযায়। কাকতিয়ে মহাভাৰতত যুধিষ্ঠিৰে কৰা ৰাজসূয় যজ্ঞলৈ আঙুলিয়াই কৰ খোজে যে, যজ্ঞত কৃষ্ণক সুকীয়াকৈ বিশেষভাৱে দান-পুৰস্কাৰ কৰাৰ পৰাই ই জনস্বীকৃতি লাভ কৰিছিল।

উপৰোক্ত ব্যাখ্যাতে সন্তুষ্ট নহৈ আন ভাবেও তেওঁ ইয়াৰ ওপৰত ৰেখাপাত কৰিছে। জৈনসেনে সংগ্ৰহ কৰা বংশাৱলীৰ মতে, বাসুদেৱ কৃষ্ণ নহয়, অন্য কোনোবা। তাৰ প্ৰমাণ কাকতিয়ে ডাঙি ধৰিছে গীতালৈ আঙুলিয়াই দি। গীতাত কৃষ্ণই সেইজন বাসুদেৱৰ শক্তিৰ লগত নিজকে তুলনা কৰিছে। গৌতম বুদ্ধ হোৱাৰ দৰে কৃষ্ণও এদিন বাসুদেৱ উপাধিৰে প্ৰখ্যাত হৈ উঠিল। অৱশেষত তেওঁ এই সিদ্ধান্তলৈ আঁহিছে।

"কৃষ্ণ গোবিন্দ শিশু ঈশ্বৰ, "বোলা অন্য এটি প্ৰবন্ধৰ জৰিয়তে কাকতিয়ে বহুতো মনোৰম তথ্য আমাৰ আগত ডাঙি ধৰিছে। আমি তেখেতৰ সাৰগৰ্ভ আলোচনাৰ যোগে এই কেইটা কথা জানিব পাৰোঁ, শিশু ঈশ্বৰৰ কল্পনা অকল হিন্দু ধৰ্মতে নহয়, আন আন জাতিৰ মাজতো বিভিন্ন ধৰণে পোৱা যায়। সকলো দেৱতাৰ ওপৰত এজন দেৱতা, শিশু কৃষ্ণৰ কল্পনা অথৰ্ব বেদত আছে। কৃষ্ণ সাধাৰণ গাঁৱলীয়া ল'ৰাৰ খেলা-ধূলাৰ মাজত আৱদ্ধ থাকিলেও তেওঁৰ কথা আৰু কাৰ্যৰ মাজত এটি বিশেষত্ব ফুটি ওলাইছিল। আন গুণৰ ভিতৰত তেওঁৰ সংগীতৰ ওপৰত বিশেষ ধৰণৰ পাৰদৰ্শিতা উল্লেখযোগ্য।

কৃষ্ণৰ ল'ৰা কালৰ প্ৰেম-চাতুৰী আদিৰ বৰ্ণনা মহাভাৰতত পোৱা নাযায়। পুৰাণ আদিতহে এই বিষয়ৰ বৰ্ণনা আছে। মহাভাৰতত শক্তি সামৰ্থ আৰু যুদ্ধাদিত লিপ্ত হৈ থকা কৃষ্ণৰ বৰ্ণাহে আছে। পৰৱৰ্তী কালত কৃষ্ণক বৈদিক দেৱতা বিষ্ণুৰে সৈতে জড়িত কৰি দিয়া হয়। ইংৰাজ সমালোচক বাৰ্থ ( Barth ) আৰু মুৰ (Muir ) নামৰ দুগৰাকী লিখকৰ মন্তব্য ডাঙি ধৰি কাকতিয়ে দেখুৱাইছে যে, বিষ্ণুক কৃষ্ণৰ লগত জৰিত কৰি দিয়াৰ মূল কাৰণটো হ'ল,—বিষ্ণুৰ শ্ৰেষ্ঠত্বৰ প্ৰমাণ কৰি

দেখুওঁৱা। কাকতিয়ে প্ৰমাণ কৰি দেখুৱাইছে যে, বিষ্ণু আৰু কৃষ্ণৰ দ্বৈত মিলনৰ লগুণ লাঠি হ'ল, গোপালন কাৰ্য। হৰিবংশত গৰখীয়া ল'ৰাই গৰু, পৰ্বত পাহাৰক দেৱতা-জ্ঞান কৰি পূজা কৰাৰ স্পষ্ট নিৰ্দেশ আছে। ঋক্‌বেদতো বিষ্ণু সম্পৰ্কে তেনেধৰণৰ উক্তি পোৱা যায়। শেষত তেওঁ এই সিদ্ধান্তলৈ আহিছে যে, লোক কৃষ্ণবাদ বা কৃষ্ণ-কথা বিশেষকৈ গাঁৱলীয়া সমাজৰ সৃষ্টি আৰু ইয়াৰ মূলত আছে, গৰখীয়া দেৱতাৰ ধাৰণা। কিন্তু ভাগৱতৰ কৃষ্ণ-কথা জ্ঞানী সমাজৰ সৃষ্টি। তদুপৰি গৰুক পবিত্ৰৰূপে আদৰি লোৱা দৃষ্টান্ত অথৰ্ব বেদ আৰু ঋক বেদতো আছে। ইয়াৰ পৰিণতি স্বৰূপে এখন স্বৰ্গীয়া "গো-লোক" ৰ কল্পনাই স্থান পাইছিল।

এনেদৰেই কৃষ্ণ গোবিন্দ বা গৰখীয়া কৃষ্ণ চিৰশিশু ৰূপত পূজাৰ্হ দেৱতাৰূপে গণ্য হৈছে। গোৱালিনী সকলৰ লগত প্ৰেম-প্ৰীতি কৰা, বাঁহীৰ ধ্বনিৰে লগৰীয়াৰ মনত বং লগোৱা ইত্যাদি বৰ্ণনাই অথৰ্ব বেদত বৰ্ণিত ভাগাৱান আৰু সুখীসকলৰ স্থানৰ কথাকে নিৰ্দেশ কৰে ;—যি ঠাইত বহুৰঙী গৰুৰ অৰ্থ হ'ল, মনৰ বিবিধ অভিলাস পূৰণ। আকৌ ঘিঁউৰ পুখুৰী, গাখীৰ, মৌ আৰু সুৰাৰ ধাৰা য'ত বন্ধ হৈ বয়। তাতেই বাঁহীৰ সুমধুৰ সুৰ আৰু সংগীতৰ ধ্বনি শুনিবলৈ পোৱা যায়। সেই ঠাইত আছে অব্যাহত প্ৰেম-মন্দাকিনী আৰু তাত,..."নৈষাম শিশ্নম্ প্ৰদহতি জাতবেদাঃ" (অগ্নিয়ে প্ৰজনন অঙ্গক দহন নকৰে)। মনকৰিব লগীয়া যে, কাকতিয়ে ঈশ্বৰ কৃষ্ণৰ বিষয়ে দুটা সুকীয়া প্ৰবন্ধৰ অৱতাৰণা কৰিছে। এই কৃষ্ণ দুটা বেলেগ ৰূপত আখ্যানবোৰৰ মাজেদি জীয়াই আছে। সেই আখ্যানসমূহৰ উদ্ভাৱনাৰ অন্তৰালত শায়িত হৈ আছে, এযুগৰ ইতিহাস। তাক এৰি চলিলে গৱেষকৰ উদ্দেশ্যটোৱেই ব্যৰ্থ হৈ যায়।

ওপৰত তিনিটা প্ৰবন্ধৰ চমু আলোচনাৰ যোগে ড. কাকতিৰ এইধাৰা আলোচনাৰ স্বৰূপ দেখুৱাই আহিছোঁ। পুথিখনত আৰু কেইটামান প্ৰবন্ধই আকৰ্ষণ বৃদ্ধি কৰিছে। তাৰ ভিতৰত,—"দি বাস ভেজ এণ্ড দি

মুন মিথ", "দি ইমাৰজেন্স অব ৰাধা", "ফিমেল ইনিচিয়েটিভ ইন কোৰ্টছিপ", "দি কাল্ট অব জগন্নাথ, ইটছ্ লুনাৰ অৰিজিন", "দি ফিছ এণ্ড দি টৰটইজ দেইটিজ", "দি ক'ছমিক ৰ'ৰ", "দি মেন লায়ন এণ্ড দি দ'ৱাফ'" —ইত্যাদি। এই প্ৰৱন্ধ সমূহ বিষ্ণু সম্বন্ধীয় কল্পনাৰ লগত জড়িত। প্ৰৱন্ধৰ শিৰোণামাৰ যোগেদিয়ে বহু সময়ত বিষয়টোৰ প্ৰতীকি অৰ্থ স্পষ্ট হৈ উঠে। কাকতিদেৱৰ আলোচনাই বিষয়বস্তুক উপভোগ্য কৰি তুলিছে।

ৰাসনৃত্য, ৰাধা অথবা "সংগমত নাৰীৰ উদ্যম" ( ফিমেল ইনিচিয়েটিভ ইন কোৰ্টছিপ ) বিষয়ক প্ৰৱন্ধসমূহ একেলগে সাঙুৰি দি কাকতিয়ে এটি নতুন বিষয়ৰ ওপৰত ৰেখাপাত কৰিবলৈ বিচাৰিছে। ৰাধা প্ৰবন্ধৰ শেষত ব্ৰহ্মবৈৱৰ্ত পুৰাণৰ কথাৰে তেওঁ স্পষ্ট নিৰ্দেশ দিছে,—জনসমাজত প্ৰচলিত আৰু জনজীৱনক নিয়ন্ত্ৰিত কৰা আচাৰ-নীতিসমূহক বাদ দি কোনেই বা বেদৰ কঠোৰ নীতি গ্ৰহণ কৰিব : কাৰণ দৈনন্দিন জীৱনৰ জনপ্ৰিয় ৰীতি-নীতি, বেদোক্ত নীতিতকৈ সদায়ে অধিক প্ৰভাৱশালী। ব্ৰহ্মবৈৱৰ্ত পুৰাণ ৰচয়িতাৰ এই দিশলৈ লক্ষ্য ৰাখিয়ে কাকতিয়ে এইখন গ্ৰন্থক ধৰ্মশাস্ত্ৰ নুবুলি প্ৰেম প্ৰীতিৰ আখ্যানমূলক গ্ৰন্থ বুলিছে। বেদৰ গভীৰ তত্ত্ব জনসাধাৰণৰ সংবেদনশীল কৰি তুলিবলৈ চেষ্টা কৰিছে যদিও সৰ্ব-সাধাৰণৰ ভাৱ-চিন্তা, আচাৰ-নীতি ই সামৰি লোৱা দেখা যায়। কাকতিয়ে এই আখ্যানসমূহৰ ওপৰত আলোকপাত কৰাৰ লগতে দেশ-বিদেশৰ বহুতো তথ্য আমাৰ আগত ডাঙি ধৰিছে। প্ৰভূত অধ্যয়ন আৰু বিচাৰশীল দৃষ্টি ভঙ্গী নহলে এই কাম সম্ভৱ নহয়। বিভিন্ন তথ্য-পাতিৰ সামঞ্জস্য সাধন কৰি কোনো এটি তত্ত্বৰ গভীৰলৈকে চাই পঠিওৱাটোৱে এই পুথিৰ মূল উদ্দেশ্য।

ভুবা ৰূপী দেৱতাৰ লগত থকা সামঞ্জস্যৰ উঁহ বিচাৰি তেখেতে এবিধ বিশেষ দেৱতাৰ পূজাৰ পটভূমি ডাঙি ধৰিছে। এই ধৰ্মাচৰণ বিশেষকৈ সমাজৰ ডোম, হাৰি আদি নিম্ন শ্ৰেণীৰ লোকৰ মাজতে বেছিকৈ সীমাবদ্ধ। তেখেতে বঙ্গত এই পূজাৰ প্ৰচলন আছে বুলি

দেখুৱাইছে যদিও অসমৰ গোৱালপাৰা আদি অঞ্চলত এতিয়াও উক্ত শ্ৰেণীৰ লোকৰ মাজত এই পূজাৰ চলতি আছে। বঙ্গদেশত ইয়াক "ধৰ্ম ঠাকুৰ" বোলে; অসমতো ধৰ্ম দেৱতা বুলিয়েই জনা যায়। তেখেতে এই দেৱতাৰ উৎপত্তি অনিশ্চিত ( A god of undetermined origin ) বুলি সাব্যস্ত কৰিছে। কিন্তু "ধৰ্ম" শব্দটো অষ্ট্ৰীক শব্দ "ডোম" ( Dom ) "ডেৰ্ম" ( Derm ) আদিৰ সংস্কৃত ৰূপান্তৰ বুলি কৰ খোজে। তেখেতে, ডুবা পূজাই ৰূপান্তৰিত হৈ ধৰ্মদেৱতা হোৱাৰ সম্ভাৱনা আছে বুলি অনুমান কৰে যদিও বিভিন্ন সময়ত কল্পিত ধৰ্ম দেৱতাৰ ৰূপ সমূহে সেই তথ্য সমৰ্থন কৰা যেন নালাগে। বিশেষকৈ "ধৰ্মৰ" ধাৰণাটিকে ( Concept of dharma ) এটি স্বকীয়া অৱয়বত উল্লেখ থকাৰ কথা আমি মহাভাৰতত পাইছোঁ। সেই মতে বক-ৰূপী ধৰ্মক অমান্য কৰি বিলৰ পানী খাওঁতে চাৰি পাণ্ডৱ-ভ্ৰাতা নিধন হৈছিল। শেষলৈ সেই চৰাইটোৱে যুধিষ্ঠিৰৰ পিতৃ বুলি পৰিচয় দিছিল। কাকতিয়ে এই তথ্য উল্লেখ কৰা নাই যদিও ঠায়ে ঠায়ে ধৰ্মক বগা হাঁহ চৰাইৰ ৰূপত পূজা কৰে বুলি উল্লেখ কৰিছে।

তেখেতে ভাৰতীয় ধৰ্মই কেইটিমান আখ্যানৰ তত্ত্ব উদ্‌ঘাটন কৰাৰ লগে লগে তাৰ মাজেদি মানৱ সমাজৰ ক্ৰমবিৱৰ্তমান সভ্যতা-সংস্কৃতিৰ দিশ মোকোলাই ধৰিছে। কাকতিৰ পাছত এই বিষয়ৰ আলোচনালৈ আমাৰ কোনো আগবাঢ়ি নাহিল। হয়তো পুণৰালোচনাৰ ফলত তাৰ মাজৰ পৰাই আৰু অনেক নৱ তথ্য-পাতিৰে আমাৰ সাহিত্য ভড়াল চহকী হ'লহেঁতেন। অসমীয়া "মনসা-কাব্য" যুটীয়াভাৱে সম্পাদনা কৰোঁতে ড. বিৰিঞ্চিকুমাৰ বৰুৱা আৰু ড. সত্যেন্দ্ৰনাথ শৰ্মাই মনসা পূজা প্ৰথা সম্বন্ধে কৰা আলোচনাটি এনে ধৰণৰ আলোচনা বুলিব পাৰি। ড. বৰুৱাই পৰলোক গমন কৰাৰ আগে আগে লিখা, "সাৰমেয়" আৰু "পুষ্প-কৰ্ষনি" প্ৰবন্ধ দুটা এই ক্ষেত্ৰত উল্লেখনীয়।

## "মাতাৰ গড়েছ কামাখ্যা"

ধৰ্মৰ অৰ্থ অতি ব্যাপক। সমগ্ৰ পৃথিৱীৰ মানৱজাতিৰ মাজত এটা বিশেষ ধৰ্মৰ প্ৰচলন নাই। যিদৰে পৃথিৱীত বেলেগ বেলেগ জাতিৰ মানুহ আছে, সেইদৰে ধৰ্মও আছে বহুত। আকৌ সময়ৰ বোৱতী সুঁতিত ধৰ্মৰ ৰূপান্তৰ ঘটে। সামাজিক উত্থান-পতন, পৰিস্থিতি আৰু পাৰিপাৰ্শ্বিকতাই ইয়াৰ ওপৰত প্ৰভাব বিস্তাৰ কৰে। এটা সময়ত সামাজিকভাৱে মানুহে কোনো এটি ধৰ্মমূলক আচাৰ-পদ্ধতি স্বীকাৰ কৰি লয়। বৈদিক ধৰ্ম অতীজৰে পৰা আমাৰ দেশত থকা সত্ত্বেও, সময়ৰ গতিত বহুতো প্ৰথা দেশ আৰু সমাজ ভেদে গা কৰি উঠিছিল। বেদৰ ধৰ্মই সোমাব নোপোৱা ঠাইত কেতবোৰ কৌলিক প্ৰথাৰ প্ৰচলন আছিল। এই বিষয়ত অসমৰ ইতিহাস চমকপ্ৰদ। উত্তৰ-পূব সীমান্ত আৰু পশ্চিম প্ৰান্তইদি বহুতো জাতি-উপজাতিৰ অহা-যোৱা আৰু বসবাসৰ ফলত ইয়াৰ ধৰ্ম সংস্কৃতিত বন্ধা আছে এটি সানমিহলি সুৰ। সেইবিষয়ে ব্যাপক অধ্যয়ন এতিয়াও আমাৰ মাজত হোৱা নাই। ড. কাকতিৰ "মাতাৰ গড়েছ কামাখ্যা," এই বিষয়ৰ একমাত্ৰ পুথি। ১৯৪৮ চনত "অসম পাবলিচিং কৰ্পোৰেচন"ৰ উদ্যোগত এই পুথি প্ৰকাশ হয়।

আমাৰ দেশৰ ভাষা সাহিত্য তথা ধৰ্ম-সংস্কৃতি সকলোৱে উহ বিচাৰি গৈ পণ্ডিতসকলে দুই আৰ্য-অনাৰ্য জাতিৰ সংমিশ্ৰণৰ বিষয়ে উনুকিয়াইছে। আৰ্যসকল অহাৰ আগেয়ে অনাৰ্য অধ্যুষিত অঞ্চলত বিশেষ ধৰণৰ আচাৰ অনুষ্ঠানৰ প্ৰচলন থকাৰ আভাস পোৱা যায়। সেইবোৰ বৰ্তমানে লোপ পালেও ধৰা অতীতৰ ভগ্নাৱশেষ বুলিব পাৰি। অসমতো অতি প্ৰাচীন কালত এনে কেইবোৰ কৌলিক প্ৰথা চলি আছিল, যিবোৰৰ উহ বিচাৰি গলে সমাজ-বিৱৰ্তনৰ বিস্তাৰিত ইতিহাস আমাৰ আগত ওলাই পৰে।

কাকতিয়ে অসমৰ অতীত আৰু বৰ্তমানৰ অধিক প্ৰভাৱশালী মাতৃদেৱী কামাখ্যাৰ উদ্ভৱ আৰু পূজা প্ৰচলনৰ অধ্যয়নৰ মাজেদি সমাজতত্ত্বৰ ইতিহাসত আলোকপাত কৰিছে। ইয়াতেই তেখেতে বিচাৰি পাইছে

অতীত অসমৰ আৰ্য-অনাৰ্য সংস্কৃতিৰ মিলন ক্ষেত্ৰ। তেখেতৰ আলোচনাৰ গুৰুত্বই বহুতো ন ন তথ্য আমাৰ আগত ডাঙি ধৰিছে। অৱশ্যে এই বিষয়ত যুক্তিহে আগবঢ়াইছে, স্থিৰ সিদ্ধান্ত দিয়াৰ পক্ষপাতী তেখেত নহয়। পুথিৰ পাতনিতে কৈছে ;—The present Publication is a mere introduction towards the study of the fusion of the Aryan and extra Aryan religious beliefs and practices in Assam in the light of the comparative method of modern sociological studies. The beliefs and practices have been tracked as far as possible at this stage. An attempt has only been made to enlarge the scope of discussion."

"কালিকা পুৰাণ" আৰু "যোগিনীতন্ত্ৰ" পুথি দুখন প্ৰাচীন কামৰূপত ৰচনা কৰা। এই পুথি আৰু তাম্ৰলিপিৰ ওপৰত ভেঁজা দি কাকতিয়ে কামাখ্যা দেৱী পূজাৰ আলোচনা কৰিছে। সূক্ষ্ম বিশ্লেষণৰ যোগে কেইটামান বিতৰ্কমূলক তথ্যৰ ওপৰত তেখেতে স্পষ্ট অভিমত ডাঙি ধৰিছে ; যেনে—অসমৰ অতি প্ৰাচীন নাম, "প্ৰাগজ্যোতিষ" কোনো দেৱ-দেৱী নাইবা গ্ৰহপূজাৰ লগত জড়িত নহয়। ই অনাৰ্য ভাষা সম্ভূত আৰু ভৌগোলিক পৰিবেশৰ প্ৰভাৱ বহন কৰিছে। তেখেতে শব্দটোৰ ভাষাতাত্ত্বিক ব্যাখ্যা এইদৰে দিছে, "পাগাৰ জ্যুহ তিক ( তিছ )"—এই অনাৰ্য শব্দ সমষ্টিৰে উক্ত "প্ৰাগ্‌জ্যোতিষ" শব্দটো গঠিত হৈছে। ইয়াৰ অৰ্থ, "ওখ, দীঘল পৰ্বত মালা"। গতিকে এই নামটোৱে, পৰ্বতমালাৰে বেষ্টিত ঠাইক বুজায়। ইয়াৰ অধিবাসী সকলক "কিৰাত" নামেৰে জনা গৈছিল। ই কোনো এটা বিশেষ জাতি নহয়। বহুতো জাতি উপজাতি লগ লাগি "কিৰাত" নামেৰে অভিহিত হৈছিল। এই মানুহবোৰৰ স্বভাৱ আচাৰ-নীতিবো পাৰ্থক্য নথকা নহয়। এওঁলোকৰ মাজত শৈৱধৰ্মৰ প্ৰচলন আছিল। এই ধৰ্মৰ অঙ্গৰূপে সুৰা আৰু মঙহৰ ব্যৱহাৰ

আছিল। একালত শৈৱ ধৰ্মৰ বিশেষ প্ৰাদুৰ্ভাৱ আছিল অসমত। কিন্তু ইতিহাসৰ গতিয়ে প্ৰমাণ কৰে যে, এই ধৰ্মক তল পেলাই আৰু এটা নতুন ধৰ্মই এই প্ৰাগ্‌জ্যোতিষ নামৰ ঠাইতে পোখালি মেলিছিল। উল্লেখযোগ্য যে, বৰ্তমানে কামাখ্যা মন্দিৰ থকা নীলাচল পাহাৰেই এসময়ৰ প্ৰাগ্‌জ্যোতিষ নগৰ আৰু যি ধৰ্ম-সংঘৰ্ষৰ কথা লৈ কালিকাপুৰাণ আৰু যোগিনীতন্ত্ৰ ৰচিত হৈছে তাৰো কেন্দ্ৰস্থল হ'ল এই নীলাচল পাহাৰ। কালিকা পুৰাণৰ নৰকৰ বৃত্তান্তত কাকতিয়ে গুৰুত্ব আৰোপ কৰিছে। বিষ্ণুৱে নৰকক প্ৰাগ্‌জ্যোতিষৰ অধিপতি পাতি দি যাওঁতে স্পষ্ট নিৰ্দেশ দি গৈছিল; যোনি দেৱী কামাখ্যাৰ বাহিৰে আনৰ পূজা যেন নৰকে কেতিয়াও নকৰে। তেতিয়াৰ পৰাই কামাখ্যা পূজাৰ প্ৰচলন হোৱা বুলি অনুমান কৰিব পাৰি আৰু ঠাইডোখৰৰ নামটো প্ৰাগ্‌জ্যোতিষৰ ঠাইত "কামৰূপ" হ'ল।

কাকতিয়ে এই আখ্যানৰ মাজত এটি ধৰ্মমূলক বিবাদৰ ছাঁ দেখিবলৈ পাইছে আৰু কামাখ্যা দেৱীৰ পূজা প্ৰচলন সম্পৰ্কে বাস্তৱ দৃষ্টিভঙ্গীৰে স্বকীয়া অভিমত এটি ডাঙি ধৰিছে। যেনে, বিজয়ী আৰ্যসকল আহি আদিমবাসীৰ শৈৱধৰ্মৰ প্ৰচলন বন্ধ কৰি তাৰ ঠাইত এটি নতুন ধৰ্মৰ প্ৰতিষ্ঠা কৰিলে। আদিমবাসীসকলৰ আগ্ৰহ আৰু সঁহাৰি লাভ কৰিবলৈ পূৰ্ব প্ৰচলিত স্থানীয় প্ৰথা অৰ্থাৎ, যোনিৰূপত মাতৃপূজা প্ৰথা গ্ৰহণ কৰি তাৰ প্ৰচলনত পৃষ্ঠপোষকতা কৰিলে। তেখেতে অনুমান কৰে যে, এই স্থানীয় প্ৰথা নিশ্চয় গাৰো খাছীয়া আদি মাতৃ প্ৰধান জাতিৰ সম্পদ। তাকেই আৰ্যীকৰণ কৰি লোৱা হ'ল আৰু পাছলৈ মহাভাৰত পূজিতা দেৱী, দুৰ্গা, কালী গোসানীৰ স্থানত ইয়াক সমানে স্থান দিয়াত অসুবিধা নাথাকিল। কাকতিৰ মতে, নৰকৰ দিনৰ কামাখ্যা প্ৰাচীন দেৱী আৰু কুমাৰী অথবা শিৱৰ পত্নীৰূপত দেৱীপূজা পৰবৰ্তী কালৰ কল্পনা।

কালিকা পুৰাণৰ কাল্পনিক ব্যাখ্যা মতে, সতীৰ যোনি ইয়াতে পৰিছিল। এই অৰ্থত দেৱীৰ সম্ভোগ মূৰ্তিৰ কথা মনলৈ আহে।

যোগিনীতন্ত্রই যোনিৰ সৃষ্টি ক্ষমতাৰ প্ৰতীকি অৰ্থ ডাঙি ধৰিছে। মন কৰিবলগীয়া যে, কামাখ্যা মন্দিৰত দেৱীৰ অঙ্গমূৰ্তি নাই। শিলৰ ওপৰত যোনিৰ প্ৰতিকৃতি অঙ্কিত কৰা হৈছে। নিজৰাৰ পানীয়ে সদায় ডাক দিয়াই থাকে। তেখেতে ভৱাৰ্থতে উক্ত দুই গ্ৰন্থই দুটা বিভিন্ন গোষ্ঠী মানুহৰ মত বিশেষ ডাঙি ধৰিছে—যি সকলে সময়বিশেষে কোনো একোটি ধাৰণাৰ বশৱৰ্তী হৈ তেনেকুৱা আচাৰ নীতি মানি চলিছিল।

শেষত কাকতিয়ে দেখুৱাইছে যে, এই দেৱীপূজা আৰ্যসকলৰ লগত ভাৰতলৈ আহে। বিশেষকৈ বেবিলনৰ "ইছটাৰ" ( Ishter ) দেৱীৰ পৰাই মাতৃৰূপিনী দেৱী পূজাৰ প্ৰথা অহা বুলি ভাবিবৰ থল আছে। অষ্ট্ৰিক সকলৰ লগত ই অসমত প্ৰবেশ কৰে। "কামাখ্যা" শব্দটো অনাৰ্য ভাষাৰ পৰা অহা। ইয়াত বাহিৰেও অসমৰ বিভিন্ন স্থানত বিভিন্ন নামৰ দেৱী পূজাৰ প্ৰচলন আছে। এই প্ৰসঙ্গত তেওঁ "ভাস্ৰেশ্বৰী," "উগ্ৰতাৰা", "ত্ৰিপুৰা দেৱী"ৰ পূজাৰ কথা কৈছে।

ঐতিহাসিক দৃষ্টিকোণৰ পৰা শিৱ পূজা আৰু বিষ্ণু পূজাৰ বিষয়ে তেওঁ আলোচনা কৰিছে। অসমত পোন প্ৰথমে শিৱ পূজাৰ প্ৰচলন কৰে ৰজা জল্পেশ্বৰে, ৰায় বাহাদুৰ গুণাভিৰাম বৰুৱাৰ এই মত তেওঁ উত্থাপন কৰিছে। শিৱ পূজাৰ পৰিণতিত বশিষ্ঠ মুনিৰ অভিশাপৰ গুৰুত্ব দেখুৱাই "চেইণ্ট বশিষ্ঠ এজ দি আৰবিট্ৰেটৰ অব দেছটিনি", বোলা প্ৰবন্ধ এটি লিখিছে। শৈৱ পূজা আৰু দেৱীপূজাৰ দোমোজা কালছোৱাৰত বিশেষ-ভাৱে সংশ্লিষ্ট হোৱা নৰক চৰিত্ৰ উল্লেখনীয়। কালিকা পুৰাণ আৰু আন আন গ্ৰন্থৰ অলৌকিক কাহিনীৰ মাজৰ পৰা সাৱধানে বাচি উলিয়াই কাকতিয়ে এই চৰিত্ৰটোৰ ওপৰত এটি স্বাভাৱিক প্ৰাণদশা আৰোপ কৰি দেখুৱাইছে। তেখেতৰ সিদ্ধান্ত মতে নৰক মিথিলাৰ এজন ৰাজনৈতিক অভিযানকাৰী ( Political adventurer ) ২০০-৫০০ খ্ৰীষ্টাব্দৰ ভিতৰত তেওঁ নিজকে অধিষ্ঠিত কৰিছিল। তেঁৱে শক্তি ধৰ্মৰ প্ৰচলন কৰাওঁতা আৰু তেৱেঁই স্থানীয় দেৱী কামাখ্যাৰ মাজত ঐশ্বৰিক শক্তি বিচাৰি উলিয়াইছিল। তেওঁৰ শোকাবহ মৃত্যুৰ পাছত তেওঁৰ নামটো

প্ৰাগ্‌জ্যোতিষৰ ( পূৰ্বৰ আখ্যানৰ ) নৰকৰ লগত সানমিহলি হৈ গ'ল।

অসমত বিষ্ণুপূজাৰ বিষয়ে তেওঁ আলোচনা কৰিছে, "দি ব্ৰেক উইথ দি মাডাৰ" ( মাতৃৰ লগত বিচ্ছেদ ) নামৰ প্ৰবন্ধত। অসমৰ নৱবৈষ্ণৱ ধৰ্মৰ বিষয়ে থুলমূল ইতিহাস ইয়াত পোৱা যায়।

"মাডাৰ গডেছ কামাখ্যা", নামৰ পুথিখন আকাৰত সৰু হলেও বুৰঞ্জীয়ে ঢুকি নোপোৱা অতীত অসমৰ সমাজ আৰু সংস্কৃতিৰ ওপৰত ই পোহৰ পেলাইছে। ব্যাপক অধ্যয়ন, যুক্তি আৰু বিশ্লেষণী শক্তিৰ দ্বাৰা কাকতিয়ে সকলো কথা খৰচি মাৰি আলোচনা কৰিবলৈ যত্ন কৰিছে। অস্পষ্ট অতীতৰ সায়াহ্ন-এন্ধাৰত সন্ধানী মনে বিচৰণ কৰি ফুৰিছে। বালিৰ পৰা সোণ উলিওৱাৰ দৰে পুৰাণ-তন্ত্ৰ, ভাগৱত আদিৰ জেঁট-পোঁট আঁতৰাই প্ৰকৃত সত্যৰ সন্ধান তেওঁ কৰিছে। তথাপিও মূল বিষয়বোৰৰ ওপৰত কোনো এটি স্থিৰ সিদ্ধান্ত নিদিয়াৰ কাৰণ হ'ল, বহু দুৰাশ্ৰিত জগতৰ অনিশ্চিত ইঙ্গিত। কাকতিয়ে সেয়ে কৈছে, কোনো কোনো নিশ্চিত সিদ্ধান্ত আগবঢ়োৱাৰ সলনি বহল আলোচনাৰ বাটহে মুকলি কৰি দিছে। দুখৰ বিষয় তেখেতৰ পাছত এই বিষয়ে কোনো আলোচনা আমাৰ ভাষাত আজিলৈ নহ'ল। যি দুৰ্গম অৰণ্য ভাঙি কাকতিয়ে প্ৰশস্ত পথ নিৰ্মাণ কৰিছিল, তেখেতৰ পাছত সেই বাটৰ ওপৰত কাৰো পদচিহ্ন নপৰিল।

## পুৰণি কামৰূপৰ ধৰ্মৰ ধাৰা

"মাডাৰ গডেছ কামাখ্যা"ৰ প্ৰতিপাদ্য বিষয় বিস্তাৰিতভাৱে আলোচনা কৰিছে, "পুৰণি কামৰূপৰ ধৰ্মৰ ধাৰা" নামৰ পুথিখনত। এইখন তেখেতৰ মৃত্যুৰ কেইবছৰমান পাছত প্ৰকাশ হৈ ওলায়। মাডাৰ গডেছ কামাখ্যা" পুথিখন বিষয়বস্তু অনুসৰি পাঁচোটা ভাগত ভাগ কৰা হৈছিল। কিন্তু এইখন পুথিত পয়ত্ৰিছখনমান চুটি চুটি ৰচনাৰ সমাবেশ কৰিছে। কালিকা পুৰাণ আৰু যোগিনীতন্ত্ৰৰ পৰা সঘনে উদ্ধৃতি দিয়াৰ উপৰিও বিভিন্ন ঐতিহাসিক পণ্ডিতৰ তথ্য-পাতি তেখেতে

ইয়াত সন্নিবেশ কৰিছে। ইয়াৰ জৰিয়তে সেইযুগৰ অসমৰ ধৰ্ম-সংস্কৃতিৰ সামগ্ৰিক ৰূপটো আমাৰ আগত থৰা দিছে। "মাতাৰ গড়েছ কামাখ্যা"ত মোহোৰা বিষয়ৰ ভিতৰত এই কেইটা বিষয় ইয়াত আছে; "কৈৰাত ধৰ্ম"; "তীৰ্থাচাৰ"; "সৰ্বতীৰ্থ সমন্বয়"; "বলি বিধান"; "কৈৰাতিক অনুষ্ঠান"; "নৰবলি"; "দেবীপূজাৰ প্ৰসাৰ"; "কৌলাচাৰ"; "কুমাৰী পূজা"; "সাধনাৰ যোগিনী"; "দেৱঘৰৰ নটিনী"; "ভুজনা কৈৱৰ্ত সিদ্ধপুৰুষ"; "ইন্দ্ৰজাল বিদ্যা"; "মোগল ইতিহাসৰ বিৱৰণ" ইত্যাদি। ইয়াৰে দুই এখন ৰচনা কোনো ঐতিহাসিক পণ্ডিতৰ উক্তি বিশেষ মাত্ৰ। "ভুজনা কৈৱৰ্ত সিদ্ধ"ৰ বিষয়ে তেওঁ তিব্বতীয় লামা তাৰানাথৰ "সিদ্ধ চৰিতাৱলীৰ" ইংৰাজী ভাঙনিৰ পৰা উদ্ধাৰ কৰিছে। এই অনুসন্ধানে অসমত মহাযান পন্থৰ প্ৰাদুৰ্ভাৱৰ ইঙ্গিত দিছে। আকৌ সেই সময়ত কামৰূপৰ ঐন্দ্ৰজালিক বিদ্যাৰ প্ৰভাব কেনেকুৱা আছিল তাক দেখুৱাবলৈ তেওঁ সৰ্বভাৰতীয় ইতিহাসৰ পৰা কেইটামান উদাহৰণ তুলি দিছে। "মোগল ইতিহাসৰ বিৱৰণ", শীৰ্ষক প্ৰবন্ধত কাকতিয়ে লিখিছে, "হিন্দুস্থানৰ মানুহে অসমীয়াক ঐন্দ্ৰজালিক আৰু যাদুকৰ বুলি কয়। কোনো মানুহ এই দেশলৈ আহিলে, তাৰ তেল্কী লাগে আৰু ইয়াৰ পৰা ওলাই যাব নোৱাৰে। কামাখ্যা, লুণাচুমাৰী আৰু ইছমাই যোগীৰ মন্দিৰ, যাদু আৰু ইন্দ্ৰজালৰ বাবে বিখ্যাত।" কিন্তু কাকতিয়ে ইয়াৰ সত্যাসত্য নিৰ্ধাৰণ কৰিবলৈ চেষ্টা কৰা নাই, অথবা সেই সম্বন্ধে একো মতামতো ডাঙি থৰা নাই। পুৰণি কামৰূপৰ ধৰ্মৰ ধাৰাৰ এটি অঙ্গ স্বৰূপেহে তেওঁ এই প্ৰসঙ্গ উত্থাপন কৰিছে।

ওপৰত কৈ আহিছোঁ যে, প্ৰাচীন কামৰূপৰ ধৰ্মৰ ৰূপৰেখা অঙ্কন কৰোঁতে কাকতিয়ে মূলাধাৰ ৰূপে "কালিকা পুৰাণ" আৰু "যোগিনী তন্ত্ৰ" পুথি দুখন গ্ৰহণ কৰিছিল। এই পুথি দুখনৰ গ্ৰন্থকাৰ কোন, সেই বিষয়ে একো সন্ধান পোৱা নগ'লেও কাকতিয়ে উল্লেখ কৰিছে যে, প্ৰাচীন কামৰূপৰ কোনো এঠাইত এই পুথি ৰচিত হৈছিল। উল্লেখযোগ্য যে, অসম-বঙ্গৰ মানুহৰ ওপৰত এই দুখন পুথিৰ প্ৰভাৱ অসামান্য।

(বঙ্গ বোলোতে তেতিয়াৰ অসমৰ অন্তর্ভূক্ত পূর্ব বঙ্গ অঞ্চল) বহু বিষয়ত এই ঠাইৰ মানুহৰ ধর্ম আৰু সমাজ জীৱনক উক্ত দুই পুথিয়ে নিয়ন্ত্রিত কৰি চলিছে। কাকতিয়ে এই পুথিৰ স্বৰূপ নিৰ্ণয় কৰি এইদৰে মন্তব্য দিছে,—"কালিকা পুৰাণ আৰু যোগিনীতন্ত্র দুয়ো গ্ৰন্থতেই অশেষ দেৱ দেৱীৰ পূজাৰ ক্রম আছে। তাৰে প্ৰধান প্ৰধান প্ৰক্ৰিয়াবোৰৰ কথা চুম্বক ভাৱে ওপৰত উল্লেখ কৰা হৈছে। কিন্তু দুয়োখন গ্ৰন্থৰ সমাপ্তি হৈছে বিষ্ণুৰ শ্ৰেষ্ঠত্ব কীর্তনত। দুয়ো গ্ৰন্থকাৰ নিজা দৃষ্টিৰ ফালৰপৰা বৈষ্ণৱ মতাৱলম্বী আছিল যেন লাগে যদিও, গ্ৰন্থকাৰ হিছাপে নানান অবৈদিক প্ৰক্ৰিয়াৰ বর্ণনা কৰিব লগা হৈছিল।" [ বিষ্ণু মাহাত্ম্য ],

কালিকা পুৰাণ ৰচয়িতাই বিষ্ণুৰ শ্ৰেষ্ঠত্ব প্ৰমাণ কৰিবলৈ লৌহিত্য নদীৰ কাহিনীটো আগবঢ়াইছে বুলি কাকতিয়ে প্ৰমাণ কৰিছে। কাহিনীটোত আছে,—"শান্তনু মুনিৰ পত্নী অমোঘাৰ গৰ্ভত ব্ৰহ্মাৰ ঔৰষত এটি জলময় শিশুৰ জন্ম হয় আৰু দিনে দিনে সি বাঢ়ি গৈ বিশাল আকাৰ ধাৰণ কৰে। বিষ্ণুৰ অৱতাৰ পৰশুৰামে মাতৃ হত্যা পাপ স্খলনৰ বাবে এই ব্ৰহ্মকুণ্ডত স্নান কৰি উঠি ইয়াৰ মাহাত্মাত পতিয়ন যায় আৰু কুঠাৰেৰে বাট কাটি ব্ৰহ্মপুত্ৰক বোৱাই দিলে। সেই সোঁত কামৰূপ ৰাজ্যৰ মাজেৰে বৈ আহি দক্ষিণ সাগৰত পৰিল। এই গোটেইবোৰ কার্যৰ উদ্ধাৰক হ'ল, ব্ৰহ্মা। উদ্দেশ্য আছিল, বিষ্ণুৰ আগমনত যেতিয়া পীঠস্থানসমূহ শাপমুক্ত হব তেতিয়া যেন সেইবোৰ স্থান দেৱতা আৰু মানুহৰ আশ্ৰয়-স্থল হব নোৱাৰে। এই ব্ৰহ্মপুত্ৰই সকলোকে গোপন কৰি ৰাখিলে। সেইবাবেই ইয়াত স্নান-দান কৰিলে পুণ্য হয়।

যোগিনীতন্ত্রৰ বেলিকাও কাকতিয়ে ইয়াৰ গ্ৰন্থকাৰ স্বয়ং বৈষ্ণৱ মতাৱলম্বী বুলি মত দিছে। উক্ত মত প্ৰমাণ কৰিবলৈ এই পুথিৰপৰা "হয়গ্ৰীৱ মাহাত্ম্য"ৰ উদাহৰণটি তাঙি ধৰিছে। অপুনর্ভৱ অৰ্থাৎ হাজোৰ হয়গ্ৰীৱ ক্ষেত্ৰৰ সুদীৰ্ঘ মনোৰম বর্ণনা আৰু মাহাত্ম্য কৈ শেষ কৰিব নোৱাৰি। এঠাইত আছে, লৌহিত্য তীৰ্থৰ দৰে অপুনর্ভৱ সকলো তীৰ্থৰ পানীবেই সাৰ স্বৰূপ।" স্বয়ং ব্ৰহ্মাৰ পুত্ৰ লৌহিত্য আৰু এই

লৌহিত্য "সৰ্বতীৰ্থ সমন্বয়" স্বৰূপ। গতিকে সেই কালত ই প্ৰতিজনৰ মনত পৰম পূণ্যস্থান আছিল। এনে উদ্দেশ্যেৰে প্ৰভাবান্বিত "যোগিনী তন্ত্ৰ"ৰ লিখকে হয়গ্ৰীৱ ক্ষেত্ৰক লৌহিত্যৰ লগত তুলনা কৰা কথাৰ পৰাই কাকতিৰ মতামতৰ সত্যাসত্য বুজা যায়।

## কলিতা জাতিৰ ইতিবৃত্ত

কাকতিৰ এই পুথিখনি ১৯৪৩ চনত বৰপেটাৰ "কলিতা যুব সন্থাই" প্ৰকাশ কৰে। সমাজতত্ত্ব ( Sociological ) বিষয়ৰ গভীৰ অধ্যয়নৰ এইখনেই আমাৰ ভাষাত একমাত্ৰ পুথি। ঐতিহাসিক আৰু প্ৰত্নতত্ত্ব বিষয়ৰ আলোচনা কাকতিৰ আগতেও হৈছিল। সবল যুক্তি আৰু বৈজ্ঞানিক পদ্ধতিৰে আগবঢ়াসকলৰ ভিতৰত পণ্ডিত হেমচন্দ্ৰ গোস্বামী আগৰণুৱা বুলিব পাৰি। গোস্বামীদেৱৰ পাছতো এই পথেদি কেইবা-জনো আগবাঢ়িছিল। তেওঁলোকৰ কোনোৱে বিশেষ জাতি বা সমাজৰ বিষয়ে অনুসন্ধান চলোৱাৰ তেনে প্ৰমাণ পোৱা নাযায়।

কাকতিয়ে কৈছে, অসমৰ কলিতা জাতিটো এটি "কৌতূহল জগোৱা জাতি"। কিয়নো আন কোনো জাতিৰ তালিকাত ইয়াৰ নাম নাই। অসমত ঠাই ভেদে এই জাতিৰ ধ্বনিসূচক 'কোল্‌তা' "কুলতা" বা "কলিতা" ইত্যাদি নামেৰে জনা যায়। * এই বিষয়ৰ অধ্যয়নে দেশ আৰু সমাজৰ সাংস্কৃতিক দিশৰ দুৱাৰ মুকলি কৰি দিয়ে। কাকতিয়ে এই জাতিৰ উৎস বিচাৰি উলিওৱাতহে বিশেষ জোৰ দিছিল। নানান তথ্য—পাতি আগবঢ়াই তেওঁতে এই সিদ্ধান্তলৈ আহিছে যে, আন কেতবোৰ জাতিৰ দৰে অসমৰ কলিতা জাতি, "বৃত্তিমূলক জাতি নহয়"। কিন্তু এই জাতিৰ

* অসমত তথ্য-পাতিৰ পৰা জনা যায় যে, অতীজতে প্ৰাচীন ৰাজাসকলৰ দ্বাৰা দীক্ষিত হৈ এই শ্ৰেণীৰ মানুহে আৰ্য সমাজত স্থান পাইছিল। যোৱাৰে তথ্যৰ অভাৱত এই তথ্য কথাটো আজিলৈ কোনো পক্ষৰে বিচাৰি উলিওৱা হোৱা নাই। কাকতিৰ অনুসন্ধানৰ সঠিক পথে আগুৱাই গৈছে অধ্যয়ন আৰু কৰিব লোৱাৰ কাৰণ এইটোৱে।

মানুহৰ ধৰ্ম, আচাৰ-নীতি, জীৱন-ধাৰণৰ পদ্ধতি আদিৰ বিষয়ে তেখেতে কোনো ইঙ্গিত দিয়া নাই। সেই বিষয়ৰ আলোচনা থাকিলে পুথিখনে কৌতূহল নিবৃত্তি কৰাত সফল হ'লহেঁতেন। বৰ্তমান আলোচ্য বিষয়ত তেওঁ কেনেদৰে প্ৰবেশ কৰিছিল কাকতিৰ নিজৰ কথাৰ পৰাই জানিব পৰা যায়; "কলিতা জাতি ভাৰতৰ আন আন প্ৰদেশতো আছে। সকলো কলিতাৰ মাজত প্ৰচলিত কিম্বদন্তীবোৰ গোট খুৱাই পুৰণি অসমীয়া, ইংৰাজী, পালি, সংস্কৃত আদি ভাষাত উল্লেখিত তথ্যবোৰৰ লগত থাপ খুৱাই আধুনিক বৈজ্ঞানিক প্ৰণালীৰে সকলোবোৰ উক্তিৰেই সামঞ্জস্য এটি দেখুৱা হৈছে যিবোৰ মূলপুথিৰ পৰা উপাদান সংগ্ৰহ কৰা হৈছে সেইবোৰৰ খুটি-নাটি নিৰ্দেশ বন্ধনীৰ ভিতৰত দিয়া হৈছে। সহজতে নোপোৱা ইংৰাজী পুথিৰ মূল উক্তিবোৰ ওপৰঞ্চিত বেলেগে মূল ভাষাতেই উদ্ধৃত কৰি দিয়া হৈছে।"

## বিজুলী প্ৰবন্ধমালা

বেজবৰুৱা সম্পাদিত "বাঁহী" আলোচনীৰ পাততে কাকতিয়ে "বিজুলী" নাম দি কেইটামান ধাৰাবাহিক প্ৰবন্ধ প্ৰকাশ কৰিছিল। এই প্ৰবন্ধসমূহৰ যোগে কাকতিৰ প্ৰতিভাৰ আন এটি দিশ আমাৰ আগত ধৰা পৰিছে। ইয়াত তেখেতে কেৱল গবেষক ৰূপতে অৱতীৰ্ণ হোৱা নাই, প্ৰতিযোদ্ধা ৰূপেও দেখা দিছে।

স্বনামধন্য ঔপন্যাসিক ৰজনীকান্ত বৰদলৈৰ সম্পাদনাত ওলোৱা "প্ৰদীপিকা" আলোচনীৰ পাততে হিন্দুধৰ্মৰ কেতবোৰ গুৰুত্বপূৰ্ণ তথ্য লৈ আলোচনা চলাইছিল। ইয়াৰ উপৰিও অসমৰ বৈষ্ণৱ ধৰ্ম, তান্ত্ৰিক মতবাদ, শাক্ত আদি ধৰ্মমতৰ বিষয়ে নানান তথ্যৰ অৱতাৰণা কৰিছিল। কিন্তু তেওঁৰ বহুতো উক্তিৰ লগত সকলোৱে একমত হব পৰা নাছিল। এইবিষয়ে বেজবৰুৱাৰ সমালোচনা আছিল তীব্ৰ। কাকতিয়ে স্বাভাবিক অনুসন্ধিৎসা লৈ অকাট্য যুক্তিৰে বৰদলৈৰ অনেক মত খণ্ডন কৰি নিজ মত প্ৰতিপন্ন কৰিছিল। সমন্বয়ক্ষেত্ৰত প্ৰতিপক্ষই সমযোগযোগী সাজ-

সমস্যা কৰি লোৱাৰ দৰে কাকতিয়েও নিজকে এই বিষয়ে পূৰ্ণৰূপে তৈয়াৰ কৰি লৈছিল। হিন্দুৰ সকলোবোৰ ধৰ্মগ্ৰন্থ তেওঁ তন্ন তন্ন কৈ বিচাৰ কৰিছিল। বিশেষকৈ বৈদিক ধৰ্মৰ বহুতো বিসম্বাদী তথ্য চালি-জাৰিহে গ্ৰহণ কৰিছিল। "বিজুলিৰ" প্ৰবন্ধবাজিলৈ মন কৰিলে ইয়াৰ যথাৰ্থতা ওলাই পৰে। মূল তথ্যৰ প্ৰকৃত স্বৰূপ আৱিষ্কাৰ কৰিবলৈ যাওঁতে বহুতো আনুষঙ্গিক কথা তাৰ মাজৰ পৰা উক দি উঠিছিল। কাকতিয়ে সেই আটাইবোৰ দৰ্কাৰী কথাৰে বিশদভাৱে আলোচনা কৰিহে এৰিছিল। এটি প্ৰবন্ধত তেখেতে লিখিছে,—"আগৰ প্ৰবন্ধটোৰত বেদৰ বচন উদ্ধাৰ কৰি দেখুৱা হৈছে যে জাতি নিৰ্বিশেষে সকলোৰে বেদত অধিকাৰ আছিল। এই প্ৰসঙ্গতে কৱষ, কক্ষীবান, সত্যকাম, জনশ্ৰুতি আদিৰ চৰিত আলোচনা কৰি দেখুৱা হৈছে। এইটোও কোৱা হৈছে যে, পৌৰহিত্যৰ আড়ম্বৰ বাঢ়ি যোৱাত সত্যকাম আদিৰ চৰিতত কাল্পনিক ব্যাখ্যাৰে অমূলক অৰ্থ আৰোপ কৰাও হৈছিল।" এই কথাৰ পৰাই তেওঁৰ আলোচনাৰ গতি বুজিব পৰা যায়। কিন্তু ই মেধাবী মনৰ দুৰূহ শাস্ত্ৰীয় আলোচনা বুলি ধৰিলে ভুল কৰা হব। নিৰপেক্ষ দৃষ্টি আৰু স্বকীয় প্ৰজ্ঞাৰ সম্মনত আলোচ্য বিষয়সমূহ বৈশিষ্ট্য পূৰ্ণ হৈ উঠিছে। সহজ আৰু সাৱলীল ভঙ্গী এই আলোচনাৰ আকৰ্ষণীয় অঙ্গ। বিষয়বস্তু কেনে গভীৰ ৰচনাবোৰৰ শিৰোণামালৈ লক্ষ্য কৰিলে বুজা যাব, যেনে:—"গীতা আৰু বৰ্ণাশ্ৰম" "পুৰুষ যজ্ঞ"; "জীৱন যজ্ঞ"; "গীতাত কৰ্ম্মবাদ", "উপনিষদৰ মীমাংসা—ব্ৰাহ্মণ কোন"; "প্ৰতিমা পূজা"; "বেদৰ অপৌৰুষেয়ত্ব"; "স্ত্ৰী ঋষিসকল"—ইত্যাদি। অন্তপ্ৰসাৰী দৃষ্টিতে গভীৰ তলিলৈকে বিচাৰি গৈ এই তত্ত্বৰ আলোচনা উত্থাপন কৰিছিল। বিষয়বস্তু নিৰ্বাচনত কাকতিৰ স্বকীয় দৃষ্টিভঙ্গী উল্লেখনীয়। ব্ৰাহ্মণ আৰু শূদ্ৰৰ অধিকাৰ প্ৰসঙ্গত তেওঁ বেদৰ শূদ্ৰ চৰিত্ৰৰ ওপৰত নতুনভাৱে আলোকপাত কৰি দেখুৱাইছে। বাল্মীকৰৰ ওচৰত সাপে বশ্যতা স্বীকাৰ কৰিলে, সাপক ইচ্ছামতে নচুৱাব পাৰে বাল্মীকৰে। যি কোনো দুৰূহ আৰু গভীৰ তথ্য কাকতিয়ে হৃদয়ঙ্গম কৰি লব পাৰিছিল বাবেই তাৰ

স্বৰূপ উদঘাটন কৰিবলৈ স্বকীয় ৰীতিৰে প্ৰণালীবদ্ধ আলোচনাৰ পন্থা অনুসৰণ কৰিছিল। কোনো এটি যুক্তি প্ৰতিপাদন কৰিবলৈ যাওঁতে তাৰ লগতে আনুষঙ্গিক তথ্যবো অৱতাৰণা কৰিছিল।

'বিজুলী'ৰ আলোচনাবাজিত অসমৰ বৈষ্ণৱ ধৰ্মৰ আলোচনাই বিশেষ স্থান লাভ কৰিছে। "এক শৰণ ধৰ্ম্মৰ তাৎপৰ্য্য", "ধৰ্ম্মৰ প্ৰমাণ আৰু সদাচাৰ" (৺বনমালীদেৱৰ চৰিত), "আচাৰ্য্য ৰামানুজ আৰু শঙ্কৰদেৱৰ ধ্যানৰূপ"—আদি আলোচনাৰ বিষয়ে তাৰেই ইঙ্গিত দিছে। "ধৰ্মৰ প্ৰমাণ আৰু সদাচাৰ" বোলা প্ৰবন্ধটো তেওঁ এনেদৰে আৰম্ভ কৰিছে "দামোদৰদেৱৰ ধৰ্মমতৰ বিষয়ে শ্ৰুতি-স্মৃতিৰ বচন উদ্ধাৰ কৰি ভট্টদেৱে কি মীমাংসা কৰি থৈছে, আগেয়ে দেখুৱা হৈছে। বৰদলৈৰ তান্ত্ৰিক মতৰ লগত ভট্টদেৱৰ একো মিল নাই। এতিয়া সদাচাৰ অৰ্থাৎ সন্তসকলৰ আচৰণত দামোদৰদেৱৰ মতত তান্ত্ৰিকতাৰ আভাস পোৱা যায় নে নাযায়......" এইদৰে বৰদলৈৰ কোনো মতবাদ খণ্ডন কৰিবলৈ কাকতিয়ে আবিষ্কাৰ কৰিছিল অনেক নতুন তথ্য।

"বিজুলী" প্ৰবন্ধবাজিয়ে কাকতিৰ আন এটি স্বৰূপ আমাৰ আগত ডাঙি ধৰিছে। অনেক ঠাইত প্ৰতিপক্ষক লক্ষ্য কৰি তেওঁ ব্যঙ্গোক্তি কৰিছে। ইয়াতো পূৰ্ব্বসুৰীসকলৰ প্ৰভাৱ ধৰা পৰে। মুখ্য আলোচনাৰ বিষয় নহয় বুলিয়ে তাৰ উদ্ধৃতি ইয়াত নিষ্প্ৰয়োজন। কাকতিৰ এই ব্যঙ্গ আনুষঙ্গিক বিষয়। সেয়েই কোনো পৰিণতি পোৱা আমাৰ চকুত নপৰিল। তেওঁ সুকীয়াকৈ ব্যঙ্গ বা ৰস ৰচনাত হাত দিয়া নাছিল।

এই প্ৰবন্ধসমূহ কিতাপ আকাৰে ওলালে বহল আলোচনাৰ বাট মুকলি হব, আৰু লগতে উপকৃত হব পঢ়ুৱৈ সমাজ। প্ৰকাৰান্তৰে কাকতিয়ে নিজেই কৈ গৈছে,—"বৰদলৈদেৱে কৈছে যে বিজুলী চৌৰ বেকা আৰু ক্ষণিক। কিন্তু তেখেতে বুজিও নুবুজিলে বিজুলীৰ বাৰ্ত্তা কি, ( ইদং বিত্তং সৰ্ব্বেষাং...... ) এই বিজুলী সকলো প্ৰাণীৰে মৌৰ নিচিনা৷ সকলো প্ৰাণীয়েই বিজুলীৰ মনত মৌ। এই বিজুলীৰ অন্তৰালত কি

তেজোময়, অমৃতময় পুৰুষ বৰ্ত্তমান (ভবানন্দ পাঠক নহয়) সেয়ে বিশ্বাত্মা, সেয়ে অমৃত, সেয়ে ব্ৰহ্ম, সেয়ে সকলো।" যাঁহাৰ পিঠিত বিজুলী প্ৰবন্ধবাজি প্ৰকাশ কৰোঁতে কাকতিয়ে নিজৰ নাম দিয়া নাছিল। দিছিল এটি ছদ্মনাম,— "ভবানন্দ পাঠক"।

## গবেষণা-ৰীতি

ডঃ কাকতিৰ গবেষণা কাৰ্যৰ এটি স্বকীয়া পদ্ধতি আছিল। মূল বিচাৰি তেখেতে অতল তলিলৈকে যোৱাৰ প্ৰয়াস কৰিছিল। তদুপৰি তেখেতৰ যুক্তি নিশ্চিত ধাৰণাৰ ওপৰত প্ৰতিষ্ঠিত আছিল। সকলো দিশৰ খৰচি মাৰি আলোচনা কৰি যি মত উপাপন কৰিব তাক সহজতে ওফৰোৱা টান। দুই-এঠাইত যি মতবৈধতা ওলাইছে সি ভ্ৰম নহয়, ভুখাবহে। যদিও বহু ক্ষেত্ৰত তেখেত বাটকটীয়া আছিল; তথাপি নিজৰ যুক্তিত তেওঁ সদায় স্থিৰ নিশ্চিত। তাৰ উপযুক্ত ব্যাখ্যাবো অভাব দেখা নাযায়।

তেখেতৰ আলোচনাৰ আন এটি উল্লেখনীয় গুণ হ'ল, সাহসী মনোভাব। ধৰ্ম-সম্বন্ধীয়, দেৱ-দেৱী, পূজা-পাতল সম্বন্ধীয় আলোচনাত এই দৃষ্টিভঙ্গীৰে আগবাঢ়িছিল। গতিকে সহজে মূল সত্যৰ ওচৰ চপা তেখেতৰ পক্ষে সম্ভৱ আছিল। তেখেতৰ এনেবোৰ আলোচনাৰ তৰ্কজালৰ মাজত আমি বাট হেৰুৱাৰ নালাগে। পণ্ডিতমণ্যাতই আমাক ঠেকত নেপেলায়। তাৰ ঠাইত এটি কৌতূহলপূৰ্ণ আৰু জিজ্ঞাসু মনে আলোচনাৰ গতি খেদি লৰি-ঢাপৰি আগবাঢ়ি যাব পাৰে। "পুৰণি কামৰূপৰ ধৰ্মৰ ধাৰা" পঢ়ি বুজি পাব যি কোনো আগ্ৰহশীল পাঠকে। চুটি চুটি ৰচনা একোখনৰ যোগেদিয়ে সহজভাৱে কথাবোৰ কৈ গৈছে।

বাস্তৱ দৃষ্টিভঙ্গী কাকতিৰ গবেষণাৰ এটি বিশেষ ৰীতি। পুৰণি 'কামৰূপৰ ধৰ্মৰ ধাৰা' পুথিৰ নৰবৰ অস্পৃশ্যতাৰ, শৈৱ-শাক্তৰ সংঘৰ্ষ প্ৰভৃতি আলোচনাই তাকে প্ৰমাণ কৰে। প্ৰাচ্য আৰু পাশ্চাত্য উভয়-

বিধ জ্ঞানৰ প্ৰভাৱত তেখেতৰ মন চহকী হৈছিল। কিন্তু মন কৰিবলগীয়া যে এই দুয়োবিধ ভাৱধাৰাৰে সু-সমন্বয় কৰিছিল। পুৰণি কামৰূপৰ ধৰ্মৰ ধাৰাৰ আলোচনা ৰীতি অধ্যয়ন কৰিলে দেখা যাব, ধৰ্মৰ প্ৰতি অহেতুক আনুগত্য তেখেতে বহন কৰা নাছিল, সেইদৰে অতি বাস্তৱবাদী হবলৈ গৈ কটু সমালোচনাত প্ৰবৃত্ত হোৱাটোও তেখেতৰ নীতিবিৰুদ্ধৰ দৰে আছিল। এই ভাৱসাম্য নিয়াৰিকৈ বজাই ৰাখি চলিব পাৰিছিল বাবেই কাকতিৰ সমালোচনা গৱেষণা আছিল মহীয়ান আৰু সৌষ্ঠৱপূৰ্ণ। ৰাজনীতি জগতত জনতাৰ নায়কক জনতাৰ পিতা আৰু সাহিত্য জগতৰ পিতা বুলিব পাৰি, সমালোচকক। তেওঁৰ কথাত ভাৱসাম্য নাথাকিলে চলিব কেনেকৈ ?

কাকতিৰ গৱেষণা কাৰ্য প্ৰকৃত গৱেষকৰ দৰেই আত্ম-বিশ্বাসৰ ওপৰত প্ৰতিষ্ঠিত। সেইকাৰণে কোনো কথাতে তেখেতে উপকল্পা মন্তব্য দিয়াৰ প্ৰয়াস নকৰিছিল। এইখিনিতে "মৌলিক গৱেষণাৰ মৌলিকত্ব কিহত" বোলা প্ৰবন্ধত হানচ ছিলায়ে মৌলিক গৱেষণা সম্পৰ্কে কৰা মন্তব্যটি উল্লেখ কৰি কাকতিৰ গৱেষণাৰ মূল কথাটি পৰিস্ফুট কৰিব পাৰি ;—"মৌলিক গৱেষকৰ সপোন দেখাৰ ক্ষমতা থাকিব লাগিব আৰু সেই সপোনৰ ওপৰত তেওঁৰ বিশ্বাস থাকিব লাগিব। এটি বিৰাট সপোনক সত্য কৰি তুলিবলৈ হলে প্ৰথমতে সপোন দেখিব লাগিব আৰু পিছত সেই সপোনক ধৰি থাকিব লাগিব, তাৰ ওপৰত বিশ্বাস ৰাখিব লাগিব। বুদ্ধি সম্বন্ধে মই 'The stress of life' বোলা পুথিত যি কৈছো তাকেই পুনৰাবৃত্তি ইয়াতো কৰিম, "বিশুদ্ধ চিন্তা সাধাৰণতে মজলীয়া শ্ৰেণীৰ মনৰ পৰিচায়ক। অতি নীচ গুণ্ডা আৰু অতি মহৎ স্ৰষ্টাক প্ৰেৰণা যোগায় স্বাভাৱিক প্ৰবৃত্তি আৰু অন্তৰ্দৃষ্টি, বিশেষকৈ বিশ্বাসে। বিস্ময়ৰ কথা যে বৈজ্ঞানিক গৱেষণাত বহু মানুহৰ বিশুদ্ধ চিন্তাৰ শ্ৰেষ্ঠ পৰিচয় পোৱা যায় তাতো এই একে ৰীতি খাটে।"

## বিবিধ পুথি

কাকতিয়ে মহাপুৰুষ শঙ্কৰদেৱৰ বিষয়ে, "লাইফ এণ্ড টিচিংছ অব শঙ্কৰদেৱ" বোলা সৰু আকাৰৰ পুথিত আলোচনা কৰে। এই পুথিখন মাদ্ৰাজৰ 'নাটেছন' বোলা প্ৰকাশন পৰিষদে এটাই প্ৰকাশ কৰিছিল। বেজবৰুৱাই অসমৰ বৈষ্ণৱ ধৰ্মৰ গুৰু শঙ্কৰদেৱক সাহিত্য জগতলৈ আনিলে। কাকতিয়ে গুৰুজনাক বাহিৰৰ জগতখনৰ লগত পৰিচয় কৰাই দিছিল। শঙ্কৰদেৱ আৰু তেখেতৰ ধৰ্মমতৰ বিষয়ে এটি সুস্পষ্ট ধাৰণা আছিল কাকতিৰ। শঙ্কৰদেৱৰ ব্যক্তিত্ব সম্পৰ্কে এঠাইত তেখেতে মন্তব্য কৰিছে, "শঙ্কৰদেৱৰ বিস্তৃত জীৱনীবোৰত তেওঁৰ জীৱনৰ সৰুসুৰা ঘটনাবোৰৰো উল্লেখ আছে। কিন্তু এবাৰো তেওঁ মানসিক সমতা বা বুদ্ধি বিবেচনা হেৰুৱা বুলি কতো সামান্য ইঙ্গিত মাত্ৰও নাই। গীত গাওঁতে, অভিনয় কৰোঁতে বা আবৃত্তি গাওঁতে সকলো ক্ষেত্ৰতে তেওঁ সম্পূৰ্ণ জাগ্ৰত আছিল। বিৰোধী দলৰ লগত তৰ্কযুদ্ধ কৰোঁতে তেওঁ কোনো দিনে উত্তেজনাৰ বশৱৰ্ত্তী হোৱা নাছিল। কিন্তু তেওঁৰ পূৰ্ণ ৰসজ্ঞান আছিল। তেওঁ স্থিৰভাৱে আৰু পূৰ্ণভাৱে জীৱন উপভোগ কৰিছিল।" [ পুঃ কাঃ ধঃ ধাঃ ]

শঙ্কৰদেৱৰ ধৰ্মমত আসোঁৱাহ নোহোৱাকৈ বুজিবলৈ হলে বৈদিক ধৰ্ম সম্পৰ্কে জ্ঞান থকা দৰ্কাৰ। কাৰণ তেখেতৰ প্ৰচাৰিত ধৰ্ম কোনো স্বয়ম্ভূ মতবাদ নহয়। ইয়াৰ লগত ঐতিহাসিক আৰু সামাজিক পৰম্পৰাৰ ঐক্যসূত্ৰ সাঙোৰ খাই আছে। যি এই কথাটো ধৰিব নোৱাৰে তেওঁৰ পক্ষে শঙ্কৰদেৱৰ ধৰ্মমতৰ মূল সূত্ৰ বিচাৰি পোৱা টান হয়। এই বিষয়ত কাকতিৰ এটি নিশ্চিত ধাৰণা আছিল বুলি কব পাৰি।

গুৱাহাটী-বিশ্ববিদ্যালয়ত থকা কালতে কাকতিয়ে, "এছপেক্টছ অব আৰ্লি আছামিজ লিটাৰেছাৰ" নামৰ বি বৃহৎ আকাৰৰ পুথি একন সম্পাদনা কৰিছিল। বিশ্ববিদ্যালয়ে তেখেতক এই দায়িত্ব অৰ্পণ কৰিছিল আৰু পুথিখন ১৯৫৩ চনত অৰ্থাৎ কাকতিদেৱ স্বৰ্গী হোৱাৰ পিছতহে

প্ৰকাশ কৰি উলিয়ায়। ইয়াত পুৰণি অসমীয়া সাহিত্যৰ-বিভিন্ন দিশৰ আলোচনা কৰিছে কেইবা গৰাকী বিশিষ্ট লেখকে।

কাকতিৰ আন এখনি পুথি "ষ্টৰীজ ফ্ৰম আছামীজ হিষ্টৰী" (অসম বুৰঞ্জীৰ গল্প)। আন এগৰাকী অধ্যাপকৰ সৈতে লগ লাগি তেখেতে এই পুথিখন সংকলন কৰিছিল। অসম বুৰঞ্জীৰ কেইটামান কাহিনী গল্পৰ আকাৰত ইয়াত পৰিবেশন কৰিছিল।

# তৃতীয় ভাগ

## বৈজ্ঞানিক সমালোচনা পদ্ধতি

ডঃ কাকতিক বৈজ্ঞানিক সমালোচনা পদ্ধতিৰ সাৰ্থক হোতা বুলি আমাৰ সাহিত্যত স্বীকৃতি দিয়া হয়। এইটোৱেই সমালোচক হিছাপে তেওঁৰ মহৎ কৃতিত্ব। গতিকে এইখিনিতে আমি বৈজ্ঞানিক সমালোচনা কি আৰু তাৰ তাৎপৰ্য সম্বন্ধে বিচাৰ কৰি চালে কাকতিৰ সমালোচনা পদ্ধতি বুজিবলৈ সুবিধা হব।

বিজ্ঞানৰ জয়যাত্ৰাই মানুহক বেছিকৈ বস্তুবাদী কৰি তুলিছে। অৰ্থাৎ মানুহৰ দৃষ্টিভঙ্গী, ভাৱ-চিন্তাই এই ধূলিৰ পৃথিৱীখনৰ লগত নিকট সম্বন্ধ স্থাপনত তৎপৰ হৈ উঠিছে। গতিকে সহজতে প্ৰশ্ন উঠে যে ইয়াৰ আগলৈ মানুহৰ দৃষ্টিৰ পৰা বস্তু জগতখন বাহিৰত আছিল নেকি? কিন্তু আগতেও মানুহে আজিৰ দৰেই খোৱা-লোৱা, পিন্ধা-উৰা আদি কৰিছিল। তিমিৰৰপৰা পোহৰলৈ গৈ অমৃতত্ব লাভ কৰাৰ হেঁপাহ প্ৰবল হৈ উঠিছিল। একপক্ষে চাবলৈ গলে পূৰ্বৰ দৃষ্টিভঙ্গী আৰু বিজ্ঞানৰ লক্ষ্যৰ মাজত পাৰ্থক্য থকা যেন নালাগে। অজনাক জনাৰ কাৰণে বা তাক লাভ কৰাৰ বাবে আগতেও মানুহ উদগ্ৰ হৈ উঠিছিল। সেই কাৰণে মানুহৰ অকৃত্ৰিম সন্ধানে এদিন সাৰ্থকতা লাভ কৰিলে যিদিনা প্ৰথম উপলব্ধি কৰিলে যে, এই জগতৰ সকলোখিনি সেই পৰম পিতাৰে অংশ। (ঈশা বাস্যমিদং সৰ্ব্বং যৎ কিঞ্চ জগত্যাং জগৎ)। কিন্তু এই সকলোবোৰ পৰমপিতাৰে অংশ হলেও সি প্ৰতিবিম্বহে। গতিকে সন্ধানী মানুহৰ মন সদায় সেই মূলীভূত কাৰণৰ (Cause) সন্ধানত উথাও হৈছিল। ইয়াৰ ফলত কাৰ্যৰ (Affect) অস্তিত্ব তুচ্ছ হৈ পৰিছিল। কিন্তু বিজ্ঞানে কাৰ্যৰ ওপৰতহে বেছিকৈ গুৰুত্ব আৰোপ কৰিলে। ফলত অদৃশ্য, অলৌকিকৰ প্ৰতি অযাচিত মোহ বা ভয় মনৰ পৰা খহি পৰিল।

অৱশ্যে, বিজ্ঞানে ঈশ্বৰৰ কথা নকলেও এক বৃহৎ শক্তিৰ ( Energy ) কথা কয় আৰু মানুহে তাৰ লগত মোহমুক্তভাৱে (Dispassionate) সম্পৰ্ক স্থাপন কৰাতহে গুৰুত্ব আৰোপ কৰে। দ্বিতীয়তে, নীতিবাদী সকলৰ দৰে বিজ্ঞানে চৰম সত্যৰ ( Absolute truth ) কথা নকয়। শক্তিৰ প্ৰবাহমান গতিৰ সোঁতত জড় জগত ( Material world ) চলিছে। ইয়াত কোনটো চৰম সত্য তাক সময়ে বিচাৰ কৰিব। বিজ্ঞানে কেৱল জড়জগতৰ বিচিত্ৰ কাৰ্য সন্ধানী মনেৰে পৰীক্ষা কৰিব। গতিকে নীতিবাদীয়ে যেতিয়া চৰম সত্যৰ কথা কৈ স্বস্তিৰ নিশ্বাস পেলাইছে তেতিয়াও বিজ্ঞানৰ অনুসন্ধান চলিয়ে আছে। এয়ে হ'ল বিজ্ঞান-ভিত্তিক ভাবধাৰা। যি ভাবধাৰাই উনবিংশ শতিকাতে মানুহৰ মনত আলোড়ন তুলিছিল। তাৰ ফলত জীৱনৰ বিভিন্ন ক্ষেত্ৰত মানুহৰ দৃষ্টিভঙ্গীৰ আমূল পৰিবৰ্তন ঘটিল। এটা অলৌকিক ধাৰণা মনত লৈ অহেতুক ব্যস্ত হোৱাতকৈ মনৰ জড়তা আঁতৰাই থৈ মুক্তভাৱে জগত আৰু জীৱনক প্ৰত্যক্ষ কৰাটোৱেই হ'ল এই শতিকাৰ আদৰ্শ।

জীৱনক বাদ দি সাহিত্য হব নোৱাৰে। গতিকে সাহিত্যৰ বুকুতো এই ভাবধাৰা প্ৰতিফলিত হ'ল। সৃজনশীল সাহিত্যই ইয়াক ৰূপায়িত কৰি তুলিলে আৰু সমালোচনা সাহিত্যই সেই ৰূপত ৰহণ চৰালে। এইদৰে খোজত খোজ মিলাই আগবাঢ়ি গ'ল সাহিত্যৰ এই দুই বিভাগ। ফলত সমালোচকৰ কাৰ্যই নতুন পথ বাচি ললে। আমি আগতেও উল্লেখ কৰিছোঁ যে, সমালোচকৰ দায়িত্ব বৰ গধুৰ। প্ৰথমতে তেওঁ সাধাৰণ পাঠকৰ দৰেই সাহিত্যৰ ৰস গ্ৰহণত তৎপৰ হৈ উঠে। যি অৰ্থত পূৰ্বতে "সহৃদয়" শব্দটি ব্যৱহাৰ কৰা হৈছিল সেই অৰ্থতে এতিয়া "সহানুভূতি" ( Sympathy ) শব্দটি প্ৰয়োগ কৰা হৈছে। সহানুভূতিশীল অন্তৰেহে সাহিত্যৰ গভীৰত প্ৰৱেশ কৰি তাৰ ৰস গ্ৰহণত সক্ষম হয়। সাহিত্য অধ্যয়ন সম্বন্ধে "এন ইন্ট্ৰোডাকচন টু লিটাৰেচাৰ" বোলা কিতাপৰ লিখক হাডচনে কোৱা কথাখিনি মন কৰিবলগীয়া ; "আমি মহৎ গ্ৰন্থ এখন পঢ়িবলৈ লৈ পাৰ্থমানে তাৰ ব্যক্তি

সত্তাৰ গভীৰত প্ৰৱেশ কৰাৰ চেষ্টা কৰোঁ। অধ্যয়নৰ যোগেদি বিমানদূৰ পৰা যায় গ্ৰন্থকাৰৰ লগত এটি আত্মীয়তা গঢ়ি তোলোঁ। তেওঁৰ কবলগীয়া কথাখিনি আমি মন দি শুনোঁ আৰু সহানুভূতিৰে গ্ৰন্থকাৰৰ ভাব-অনুভূতিৰ মাজত বিচৰণ কৰিবলৈ যত্ন কৰোঁ। আমি সাৱধানে লক্ষ্য কৰোঁ কি ভাবে তেওঁ জীৱনক প্ৰত্যক্ষ কৰিছে, তেওঁ জীৱনৰ মাজত কি পালে আৰু তাৰ পৰা কি আহৰণ কৰিলে।"* যি কোনো সাহিত্যৰ এটি 'ব্যক্তিত্ব' ( Personality ) আছে। তাক গঢ়ি তোলে সাহিত্যিকে স্বকীয় ভাব—অনুভূতি আৰু অভিজ্ঞতাৰ সহায়ত। খনিকৰে প্ৰতিমা গঢ়োতে খেৰৰ জুমুঠিৰ ওপৰত মাটি লগাই বং দিয়ে। এই সকলোখিনিৰ ভিতৰেদি এক বিশেষ ৰূপত প্ৰতিমাৰ ৰূপ প্ৰতিভাত হৈ উঠে। বেলেগ বেলেগ খনিকৰৰ হাতত প্ৰতিমাৰ ৰূপ বেলেগ হোৱাটো স্বাভাবিক। সমালোচকে এই বিভিন্ন ৰূপৰ প্ৰকৃতি সন্ধান কৰি আনৰ গোচৰীভূত কৰে। হাডচনে লিখিছে, "মহৎ লেখক এজনৰ সৃষ্টিৰ মাজেদি প্ৰতিভাত হোৱা তেওঁৰ ব্যক্তিত্বক বিশ্লেষণ কৰি দেখুৱায় সমালোচকে। অৰ্থাৎ তেওঁ যেন জীৱনটোকে ব্যাখ্যা কৰে।"‡

বৰ্তমান সাহিত্য জীৱনৰ প্ৰত্যক্ষ অভিজ্ঞতাৰ ফল। এই অভিজ্ঞতাৰ ভিতৰত প্ৰৱেশ কৰি তাৰ বিভিন্ন দিশ ভাঙি ধৰাটোৱে সমালোচকৰ

---

* We take a great book, and we try to penetrate as deeply as we can into its personal life. We make our reading of it, to the fullest extent possible to us, a matter of actual intercourse between its author and ourselves. We listen attentively to what he has to tell us, and we do our best to enter sympathetically into his thought and feeling. We note carefully how he looked at life, what he found in it, what he brought away from it.

‡ The critic undertakes the interpretation of the personality of a great writer as it is revealed in his work just as truely dealing with life.

কাম। গতিকে একোটা বিষয়ৰ ওপৰত সমালোচকৰ সাধাৰণ পাঠকতকৈ বহুত বেছি জ্ঞান থাকিব লাগিব। তেতিয়াহে সাধাৰণৰ দৃষ্টিগোচৰ নোহোৱা বিষয়কো তেওঁ আনৰ আগত তুলি ধৰিব পাৰিব। সাহিত্যৰ ৰস-সৌন্দৰ্য, ৰচনা-কৌশল বা তথ্য বিচাৰি উলিওৱাটোৱেই সমালোচকৰ কাম হলেও পূৰ্ব পদ্ধতিৰ লগত আজিৰ পদ্ধতি নিমিলে। পূৰ্বতে এই বিচাৰ নিৰপেক্ষ নাছিল, কিয়নো সমালোচকৰ ব্যক্তিগত ভাল লগা বেয়া লগাৰ ওপৰত ই বেছিকৈ নিৰ্ভৰ কৰিছিল। অৰ্থাৎ সমালোচকৰ "Literary conscience" বা ৰস গ্ৰহণৰ ক্ষমতাই এই বিচাৰত মানদণ্ডৰ দৰে কাম কৰিছিল। এই ক্ষমতা গঢ়ি উঠে অধ্যয়ন, অনুশীলন, চৰ্চা আদিৰ যোগে। তাৰ উপৰি আছে ব্যক্তিবিশেষৰ স্বকীয়া প্ৰতিভাৰ ক্ষেত্ৰ। এই সমূহ কাৰণতে ৰুচিৰ (Taste) পাৰ্থক্য হোৱাটো স্বাভাবিক। এজনে এটা বস্তু যি দৃষ্টিকোণৰ পৰা চাব পাৰে বা চায় আন এজনে সেইটো তেনেভাবে নাচায়। এজনৰ সৃজনীপ্ৰতিভা আন এজনতকৈ বেছি হোৱাৰ ফলত তেওঁ সাহিত্যৰ মাজৰ পৰা এনেবোৰ তথ্য উদ্ঘাটিত কৰি তুলিব, যি হয়তো আন এজনৰ দৃষ্টিত নপৰে। ইয়াৰ ফলত সমালোচকৰ সমালোচনা বিভিন্নমুখী হোৱাটো স্বাভাবিক। সমালোচনা ইতিহাসলৈ লক্ষ্য কৰিলে দেখা যায় এই বিতৰ্কমূলক দৃশ্য। এজনে এখন গ্ৰন্থৰ বিষযে উচ্চ মত পোষণ কৰিছে যদিও সেই একে গ্ৰন্থৰ বিষয়ে আন এজনে ওলোটা মত পোষণ কৰাৰো দৃষ্টান্ত আছে। এনেধৰণৰ বিচাৰ বহু সময়ত সাধাৰণৰ ভাল লগা নলগা আদি মনোভাবৰ দ্বাৰাও প্ৰভাৱিত নোহোৱাকৈ নাথাকে। কাৰণ য'ত ব্যক্তিগত পছন্দৰ প্ৰশ্ন জড়িত হৈ থাকে তাত সাধাৰণৰ ৰুচিক অৱহেলা কৰা টান আৰু তাৰ দ্বাৰা সমালোচক নিজেও কম-বেছি পৰিমাণে প্ৰভাৱিত হলে আচৰিত হ'বলগীয়া নাই। এনে অৱস্থাত সাহিত্যৰ মুক্ত স্ফুৰণো ব্যাহত হয়। কিয়নো কেইটামান স্থিৰ নীতিয়ে সৃজনীমূলক সাহিত্যক পৰিচালিত কৰে বুলি ভাবিলে কোনো মুক্ত, গতিশীল সাহিত্যৰ প্ৰতি সমাদৰ কৰা নহয়। তেনেস্থলত সাহিত্য আৰু সাহিত্যিকৰ প্ৰতি উচিত বিচাৰ

হব নোৱাৰে। উদাহৰণ হিচাপে আমি উদ্ধৃকিয়াব পাৰোঁ, ইংৰাজী শিশু সাহিত্যৰ নামকৰা এখন পুঁথি, "এলিচ ইন দি ওৱান্দাৰলেণ্ড"। পাঠকে ইয়াত পঢ়িবলৈ পাইছে জীৱ-জন্তুৰ বিচিত্ৰ জগতৰ কাহিনী। মানৱ শিশুৰ লগত সেই কাহিনী অঙ্গাঙ্গীভাৱে জড়িত হৈ পৰিছে। ভাৰতীয় সাহিত্যত এনেধৰণৰ শিশু কাহিনী বহুদিন আগৰ পৰা প্ৰচলিত আছে যদিও পাশ্চাত্য জগতত "এলিচ ইন দি ওৱান্দাৰলেণ্ডৰ" কাহিনীয়ে বিশেষ আলোড়নৰ সৃষ্টি কৰিছিল প্ৰথম অৱস্থাত। কাৰণ পঢ়ুৱৈ সমাজৰ মন এই নতুন ধাৰা সাহিত্যৰ বাবে প্ৰস্তুত নাছিল। আনকি সমালোচকেও এই পুথিত কোনো সাৰ্থকতা বিচাৰি পোৱা নাছিল। কিন্তু সময়ৰ লগে লগে গ্ৰন্থকাৰৰ উদ্দেশ্য আৰু আদৰ্শ সমালোচকৰ দৃষ্টিত ধৰা পৰিল। তেতিয়াহে ইয়াৰ প্ৰতিভাক স্বীকৃতি জনালে। এই দৃষ্টান্তৰ পৰাই বুজিব পাৰি যে এনে বিচাৰ নিৰপেক্ষ হব নোৱাৰে। ফলত সাহিত্য জগতত বিশৃঙ্খলাই দেখা দিয়াটো স্বাভাৱিক। কাৰণ প্ৰতিভাশালী কবি-সাহিত্যিকে জীৱন আৰু জগতৰ ৰহস্য নতুন দৃষ্টিতে মোকোলাই ধৰে। সেই তত্ত্ব সাধাৰণৰ আগত তুলি ধৰাৰ দায়িত্ব সমালোচকৰ। তেতিয়াহে সাহিত্যিকৰ উদ্দেশ্য সফল হব আৰু সমালোচক হব সকলোৰে প্ৰশংসনীয়। এটি বিশিষ্ট উদাহৰণেৰে এই তথ্যটো বুজাব পৰা যায়।

"ৰস সাহিত্যৰ আত্মা"—এই গভীৰ তত্ত্ব আমাৰ দেশত প্ৰথমবাৰৰ কাৰণে প্ৰচাৰ কৰে ভৰতমুনিয়ে। সাহিত্যৰ যে এটি আত্মা আছে আৰু সেই আত্মাৰ নাম "ৰস" এনে কথা তাৰ আগতে কোনোৱে ইমান স্পষ্টভাৱে শুনাব পৰা নাছিল। কিন্তু ভৰত মুনিয়ে এই তথ্য পালে ক'ৰ পৰা? ভৰতমুনিয়ে এই তথ্যৰ সন্ধান পাইছিল ভাৰতবৰ্ষৰ দুই মহাকাব্য,—মহাভাৰত আৰু ৰামায়ণৰ পৰা। এই দুই মহাকাব্যত কবিসকলে কাহিনী আৰু চৰিত্ৰৰ কাৰ্যৰ মাজেদি সৃষ্টি ৰহস্যৰ এই মহান তত্ত্ব প্ৰতি-পাদন কৰিছে। পৰৱৰ্তীকালত ভৰতমুনিয়ে সহৃদয়ে অন্তৰেৰে বিচাৰ কৰি কবিৰ মূল ভাৱটো আহৰণ কৰিব পাৰিছিল। সেইবাবেই এই

বিচাৰত কোনো বিশৃঙ্খলাৰ সৃষ্টি হোৱা নাই আৰু কবিৰ সৃষ্টিয়ে সাৰ্থকতা লাভ কৰিছে। অথচ মহাভাৰত বা ৰামায়ণ গ্ৰন্থ সম্পৰ্কে পাশ্চাত্য সমালোচকে বহু বিৰূপ মন্তব্য কৰাও আমাৰ চকুত পৰিছে। কোনোৱে কৈছে, মহাভাৰতৰ নায়ক যুধিষ্ঠিৰৰ চৰিত্ৰত 'কাপুৰুষভাৱ' পৰিচয় আছে। আকৌ ব্যাসে এইখন "মোক্ষ শাস্ত্ৰ" বা নীতিমূলক কাব্যগ্ৰন্থ বুলিছে যদিও কাব্যৰ কিছুমান চৰিত্ৰ অনীতিমূলক কাৰ্যত অৱতীৰ্ণ হোৱা দেখা যায়। তাৰ ভিতৰত ভীমে দুঃশাসনৰ ৰক্তপান কৰা কাৰ্য। পৃথিৱীৰ সাহিত্য ইতিহাসত এনে অপকৰ্মৰ তুলনা নাই। ভীমে দুৰ্যোধনক গদাযুদ্ধত উৰুভঙ্গ কৰি গদাযুদ্ধৰ নিয়ম ভঙ্গ কৰি ঘোৰ অনীতি কৰিছে। সেইদৰে ৰামায়ণ গ্ৰন্থৰ বেলিকা কোৱা হয় যে, ৰাম চৰিত্ৰ "নিষ্ক্ৰিয়" ( Man of inaction ) ইত্যাদি। এই ধৰণৰ সমালোচনা যে অসহিষ্ণু মনৰ ফল তাক এই ঠাইত বহলাই আলোচনা নকৰিলেও হব। এক কথাত ই অবৈজ্ঞানিক সমালোচনা। বিজ্ঞানে বস্তুত তাৰতম্য গুণ মানি চলে। সেইদৰে সাহিত্য আলোচনাত স্থান-কালৰ তাৰতম্য মানি চলিব লাগিব। তেতিয়াহে সমালোচনা হব নিৰপেক্ষ। বৈজ্ঞানিক সমালোচনাৰ মূল কথা হ'ল, বস্তুক যেনেদৰে পোৱা যায় তেনেভাবে তাক লৈহে বিচাৰ কৰিব লাগে। তাৰ ওপৰত মন্তব্য নিষ্প্ৰয়োজন। অধ্যাপক মল্টনৰ কথাখিনি এই প্ৰসঙ্গত প্ৰযোজ্য: "সমালোচনা হব নিৰপেক্ষ। সমালোচক কেতিয়াও সাহিত্য-কৃতিৰ বিষয়ে প্ৰশংসা বা পৰিহণা দিয়াৰ কথা নাভাবে। আনকি সাহিত্যিক গুণাগুণৰ মাপকাঠিও বিচাৰ কৰিবলৈ নাযায়।"*

এনে পক্ষপাতিত্বহীন সমালোচনাৰ কাৰণে সমালোচক সচেতন আৰু দৃঢ় মনৰ হব লাগিব। তেওঁ বস্তুৰ ভাৰসাম্য বজাই ৰাখিহে বিচাৰ কৰিব লাগিব। কিন্তু বস্তুৰ ভাল-বেয়া, গুণাগুণ আদিৰ বিষয়ে কোনো মত

---

* The treatment aimed at is one independent of praise or blame one that has nothing to do with merit, relative or absolute.

উত্থাপন নকৰাকৈ বিচাৰত অৱতীর্ণ হোৱাত অসুবিধাও নোহোৱা নহয়। আইনৰ বিচাৰত নির্ধাৰিত নৈতিক [illegible] ধৰি লৈ দোষ-গুণ স্থিৰ কৰা হয়। কিন্তু বৈজ্ঞানিক সমালোচনাই এনে পদ্ধতি মানি নলয়। ই আদালতৰ বিচাৰৰ পৰা সম্পূর্ণ বেলেগ। সেইকাৰণে বৈজ্ঞানিক সমালোচনা সাহিত্যই ঐতিহাসিক বিশ্লেষণৰ (Historical analysis) দ্বাৰাহে বিচাৰ কৰে। কিন্তু এনেদৰে ভাল-বেয়াৰ নিৰপেক্ষ বিচাৰ হ'ব নোৱাৰে। তেনে বিচাৰৰ কোনো মূল্য নাই। কোনো এখন গ্ৰন্থ, সাহিত্য-ইতিহাসৰ ক্ৰমবর্ধমান ধাৰাৰ যোগেদি বিচাৰ কৰিলেও ভাল-বেয়াৰ প্ৰশ্ন উঠিব পাৰে। তেতিয়া আমি তাক এটি নির্ধাৰিত সংজ্ঞাৰ লগত মিলাই চাব লাগিব। হ'ব পাৰে সেই সংজ্ঞা মহাকালৰ গতিৰ তুলনাত ক্ষণিক। অর্থাৎ ভাল-বেয়া বিচাৰৰ প্ৰশ্ন এৰি চলা টান আৰু সেইটো মানি চলিবলৈ হ'লে ঐতিহাসিক বিচাৰৰ লগত মানদণ্ডগত বিচাৰৰ সমন্বয় স্থাপন কৰিব লাগিব। এটা উদাহৰণ দিলে এই তথ্যটো বুজাব পৰা যাব। বর্তমানে শ্লীল আৰু অশ্লীল সাহিত্য সম্পর্কে বহু ঠাইতে বিতর্ক শুনা যায়। নৰ-নাৰীৰ যৌন-সম্পর্কক কেন্দ্ৰ কৰি এই প্ৰশ্ন উঠিছে। ইয়াৰ প্ৰধান কাৰণ হ'ল যৌন সম্পর্কৰ স্পষ্ট বর্ণনা ইমান মুক্তভাৱে বর্তমান যুগৰ সাহিত্যত এয়ে প্ৰথম প্ৰৱেশ কৰিছে। সেয়ে সর্বসাধাৰণৰ মন ইয়াৰ বাবে প্ৰস্তুত নহয়। এফালে ঐতিহাসিক সত্য আৰু আনফালে জনমত বা ৰুচিগত বিচাৰৰ মাজত সংঘর্ষ উপস্থিত হৈছে। কিন্তু এদল সমালোচকে কয় যে, সাহিত্য জীৱনৰ দাপোন। গতিকে বর্তমান যান্ত্ৰিক জীৱনৰ বাস্তৱ ছবি ফুটাই তুলিবলৈ 'ডিটেইলৰ' প্ৰয়োগ কৰা হয়। সেয়ে সাহিত্যৰ বিচাৰ কৰোঁতে তাক খণ্ডভাৱে নকৈ সামগ্ৰিক দৃষ্টিত চোৱা উচিত। সমালোচকৰ এইকথা মানি ললেও আমি মনত ৰাখিব লাগিব যে, সাহিত্য এবিধ কলা (Art), তাৰৰ সৌন্দর্যগুণ নাথাকিলে কলাৰ প্ৰকৃত স্বৰূপ ব্যাহত হয়। অর্থাৎ সি কলা বা শিল্পৰ মর্যাদা বহন কৰিব নোৱাৰে। গতিকে কলাৰ এই মর্যাদাৰ কথা কওঁতে আমি এটি স্বীকৃত "সংজ্ঞাৰ" কথাকে মানি লওঁ। দেখা গ'ল যে বৈজ্ঞানিক

সমালোচনা যিমানেই কি নিৰপেক্ষ নহওঁক কিয় ভাল-বেয়াৰ প্ৰশ্নটো ভাত থাকিবই। তাৰ মানে এইটো নহয় যে, বৈজ্ঞানিক সমালোচনাই সাহিত্যৰ দোষ গুণ বিচাৰৰ লক্ষ্য আগত ৰাখিয়েই সমালোচনাৰ কাম হাতত লব। এই কাৰ্য গৌণ, মুখ্য হব বিশ্লেষণ। এই বিশ্লেষণত কেইটামান বিশেষ নীতি মানি চলিব লাগিব তাৰ ভিতৰত তলত উল্লেখ কৰা নিয়মবোৰ স্বীকৃত হৈছে।

বৈজ্ঞানিক সমালোচকে কেতিয়াও বস্তুৰ গুণাগুণ সম্পৰ্কে স্বতঃসিদ্ধ মতামত নিদিয়ে। কিয়নো সময়ৰ অনন্ত প্ৰবাহত বস্তুৰ গুণাগুণ একেদৰে নাথাকে। এদিন পৃথিৱীৰ আচৰিত বস্তুৰ সংখ্যা আছিল সাতোটা। এতিয়া চন্দ্ৰলৈ যাব পৰা "ৰকেট" আবিষ্কাৰৰ পাছত সেই সংখ্যা বাঢ়িছে। ইয়েই প্ৰমাণ কৰে পৃথিৱীৰ কোনো বস্তু স্থিতিশীল নহয়। সেইদৰে আমাৰ দেশত কালিদাসেই শ্ৰেষ্ঠ নাট্যকাৰ বুলি কোৱা ভুল। কালিদাসৰ যুগত তেওঁৰ নাটকে এক বিশিষ্ট স্থান অধিকাৰ কৰিছিল। সেইদৰে কৰিছিল ভৱভূতিৰ নাটকে। ইয়াত এজন আনজনতকৈ শ্ৰেষ্ঠ বুলি কব নোৱাৰি—কোৱাটো উচিত নহয়। এজন আনজনৰ পৰা যে পৃথক সেইটো আঙুলিয়াই দিয়াহে সমালোচকৰ কাম আৰু সেই পাৰ্থক্য প্ৰতীয়মান কৰিব তেওঁৰ পক্ষপাতিত্বহীন বিশ্লেষণী প্ৰথাৰে। সেইদৰে বিভিন্ন যুগৰ সাহিত্য আৰু সাহিত্যিকৰ ক্ষেত্ৰতো এই কথা প্ৰযোজ্য। অৰ্থাৎ আমাৰ বৈষ্ণৱ যুগৰ সাহিত্য আৰু এই যুগৰ সাহিত্যৰ মাজত তুলনা হব নোৱাৰে। সমান বস্তুৰ ভিতৰতহে তুলনা সম্ভৱ।

দ্বিতীয়তে, বৈজ্ঞানিক সমালোচনাই কোনো নিৰ্ধাৰিত নীতিৰ ভিত্তিত সাহিত্য বিচাৰ নকৰে। বৈজ্ঞানিকে জড়জগতৰ মাজৰ পৰা তাৰ প্ৰকৃতিগত বৈশিষ্ট্য বিচাৰি উলিওৱাৰ দৰে সমালোচকেও সাহিত্যৰ গুণ-বৈশিষ্ট্য উদ্ধাৰ কৰে। সেই বৈশিষ্ট্যই সেই সাহিত্যৰ নীতি। বাহিৰৰ পৰা তাৰ ওপৰত নীতি নিয়ম আৰোপ কৰি বাম্ব দিয়া নহয়। কিয়নো প্ৰকৃতি জগত যিদৰে নিজা নিয়ম অনুসৰি চলে সেইদৰে প্ৰত্যেক সাহিত্যই তাৰ স্বকীয় বৈশিষ্ট্য বিস্তাৰ কৰে। সমালোচকে তাৰ ৰূপ ভুলি যবে,

কিন্তু কেতিয়াও নকয় সেই ৰূপ কো... উচিত। কালিদাসৰ নাট্য পদ্ধতি বোলোতে কালিদাসে নাট ৰচনা কৰোঁতে ব্যৱহাৰ কৰা পদ্ধতিকে বুজায়; অন্য কোনো নিৰ্ধাৰিত নীতি তেওঁ নাটত প্ৰয়োগ কৰাৰ কথা নুবুজায়। গতিকে তেওঁৰ নাট্যকলাত উচিত-অনুচিতৰ বিচাৰ নহয়। অৰ্থাৎ বাহিৰৰ কোনো নাট্যকলাৰ সূত্ৰৰ লগত তুলনা কৰিব পৰা নাযায়। বৰং তেওঁ ব্যৱহাৰ কৰা পদ্ধতিহে স্বীকৃত নীতিত পৰিণত হব।

ইয়াৰ পৰাই এই কথা প্ৰমাণিত হয় যে, বৈজ্ঞানিক সমালোচনা পদ্ধতিয়ে কোনো নিৰ্ধাৰিত সূত্ৰক মানদণ্ড হিচাপে মানি নলয়। কিয়নো তেনে স্থায়ী নীতি বিচাৰৰ মানদণ্ড হব নোৱাৰে। জড়জগতৰ কোনো বস্তু স্থায়ী নহয়। সময়ৰ লগে লগে সকলোৰে পৰিবৰ্তন হয়। এই পৰিবৰ্তনৰ মাজত এটি ক্ৰমবৰ্ধমান ধাৰা লক্ষ্য কৰিব পাৰি। যুগে যুগে সাহিত্যিকে ন ন দৃষ্টিৰে জীৱনক প্ৰত্যক্ষ কৰে। তাৰ লগে লগে সাহিত্যইও নতুন সাজেৰে অৱতীৰ্ণ হয়। এই ৰূপ-বৈচিত্ৰ্যৰ মাজত কোনটো স্থায়ী কোনটো অস্থায়ী কোৱা টান।

## বৈজ্ঞানিক সমালোচনা আৰু কাকতি

ডঃ কাকতিৰ সমালোচনা-গৱেষণা পৰীক্ষা কৰিলে আমি মূঠতে এই-কেইটা কথা লক্ষ্য কৰোঁ :—

সহানুভূতিশীল দৃষ্টিভঙ্গী
স্পষ্টবাদী মনোভাব
যুক্তিৰ ভাবসাম্য
ভাবৰ প্ৰাঞ্জলতা।

সহানুভূতি কথাষাৰৰ প্ৰকৃত অৰ্থ নাজানিলে সমালোচনাৰ সংজ্ঞা বুজা টান। এক কথাত ইয়াৰ অৰ্থ অনুৰাগ। ই ব্যক্তিৰ প্ৰতি হব

পাৰে, অথবা হ'ব পাৰে বস্তুৰ প্ৰতি। সাহিত্য-ক্ষেত্ৰত এই অনুৰাগ হ'ব লাগে সাহিত্যিকৰ সৃষ্টিৰ প্ৰতিহে। এই অনুৰাগ সাৰ্থক হ'ব তেতিয়া যেতিয়া তাত নাথাকে কোনো অন্ধ আবেগ। গান্ধীজীৰ আত্মজীৱনীত তেওঁৰ নিৰপেক্ষ দৃষ্টিভঙ্গীৰ পৰিচয় বহু ঠাইতে ফুটি ওলাইছে। তাৰ পৰাই এটি উদাহৰণ তুলি দি ইয়াৰ গূঢ়াৰ্থটো বুজাব পৰা যায়। কলিকতাত বহা কংগ্ৰেছ সভালৈ আহি গান্ধীজীয়ে স্বেচ্ছাসেৱকৰ কামত সন্তুষ্ট হ'ব পৰা নাছিল সিহঁতৰ অকৰ্মণ্যতা দেখি। কিন্তু তাৰ বাবে তেওঁ সিহঁতক দোষী কৰা নাই কৰিছে কমিটিৰ অব্যৱস্থাক। ডেকা স্বেচ্ছাসেৱকবোৰৰ প্ৰতি সদয় চিত্তে তেওঁ কৈছিল, সৰল অন্তঃকৰণৰ এই সুন্দৰ ডেকাবোৰৰ মনত সেৱা কাৰ্যৰ প্ৰতি আগ্ৰহৰ অভাৱ নোহোৱা নহয়, তেওঁলোকৰ নাছিল অভিজ্ঞতা। বছৰৰ মূৰত তিনিদিনলৈ কংগ্ৰেছ সভা বহে আৰু বাকীখিনি সময় টোপনিত মগ্ন হৈ থাকে। বছৰটোত এবাৰকৈ হোৱা এই তিনিদিনীয়া প্ৰদৰ্শনীৰ পৰা এজনে কি প্ৰশিক্ষণ পাব ?*

এই কথাৰ মাজেদি গান্ধীৰ সহিষ্ণু মনটো ওলাই পৰিছে; আৰু সেয়ে তেওঁ প্ৰকৃত ৰোগটো নিবাৰণ কৰিব পাৰিছিল।

আমি লক্ষ্য কৰিলে দেখিম, ডঃ কাকতিয়ে পুৰণি সাহিত্য সমালোচনা কৰোঁতে কোনো ঠাইত বিৰূপ মন্তব্য কৰা নাই। বৰং তেওঁ কৈছে যে, পুৰণি সাহিত্য "জাতীয় জীৱনৰ এটি সঙ্কটময় সন্ধিক্ষণত ৰচিত হয়।" এই কথাৰে তেওঁ ৰাজনৈতিক আৰু সামাজিক বিশৃঙ্খলা, অনিশ্চয়তাৰ ছবিখন তুলি ধৰিবলৈ চেষ্টা কৰিছে। এইটো উলাই কৰিবলগীয়া কথা;

* There was no lack of will on the part of those good simple hearted young men, but their experience was nil. The Congress would meet three days every year and then go to sleep. What training could one have out of a three days show once a year ?

—Autobiography—M. K. Gandhi.

নহয়। কিয়নো তাৰ দ্বাৰা প্ৰভাবিত হয় সাহিত্যিক।

তেওঁ বৈষ্ণৱ সাহিত্য সম্পৰ্কে কটু সমালোচনা নকৰি বিচক্ষণতাৰ পৰিচয় দিছে। কিয়নো এইবোৰ সাহিত্য ধৰ্ম প্ৰচাৰৰ উদ্দেশ্যেহে ৰচনা কৰা হৈছিল। আজিৰ দৰে কোনো নিৰ্দিষ্ট শাখাৰ সাহিত্য সৃষ্টিৰ সংকল্প একমাত্ৰ লক্ষ্য কৰি লোৱা নাছিল। গতিকে সিবোৰ ঠাইত স্বাভাৱিকতে দুৰ্বলতা থকাটো সম্ভৱ, তাৰ আলোচনাত কাকতিয়ে অযথা সময় ব্যয় কৰা নাই। তাৰ সলনি বৈষ্ণৱ সাহিত্যিক দৃষ্টিকোণৰ পৰা কবিৰ মনোবিশ্লেষণ ৰস পৰিবেশন আদিত নতুন কৈ দৃষ্টিপাত কৰিছে।

তদুপৰি, উনবিংশ শতিকাৰ ধ্যান-ধাৰণাৰে পুষ্ট হৈয়ো এজনে ষোড়শ শতিকাৰ সম্পূৰ্ণ ভিন্ন-ধাৰাৰ সাহিত্যৰাজি সমালোচনা কৰোঁতে সংযতভাৱে বিষয় বস্তুত প্ৰবেশ কৰাটোহে সমীচীন। সহানুভূতিৰ অৰ্থ পুজো কৰা নহয়। কাকতিয়ে পুৰণি সাহিত্যৰ আলোচনাত কতো অৱহেলাৰ ভাব দেখুওঁৱা নাই। বৰং এই সাহিত্যৰাজিৰ প্ৰতি তেওঁ বিদৰে ভক্ত অনোচিত, সংস্কাৰ মুক্ত অনুৰাগ দেখুৱাইছে সি অনন্যুকৰণীয়। এইটো কৰিব পাৰিছিল বাবেই তেওঁ বৈষ্ণৱ সাহিত্যৰ মূল "ব্যক্তিত্ব" আৱিষ্কাৰ কৰিবলৈ সক্ষম হৈছিল।

সাহিত্য সমালোচনাত স্পষ্টবাদীতাৰ অভাৱ হলে সমালোচনাৰ জন্ম হব নোৱাৰে। ইংৰাজীত এবাৰি খণ্ডবাক্য ব্যৱহাৰ কৰাৰ দৰে (A spade a spade) বুলি সঁচা কথাষাৰ কব পাৰিব লাগিব। ইয়াৰ কাৰণে দৰ্কাৰ মনোবল। মনোবল আহে আত্মবিশ্বাসৰ পৰা। যেতিয়াই সমালোচকে সাহিত্যৰ মূল ব্যক্তিত্বত প্ৰবেশ কৰিব পাৰিছে বুলি দৃঢ় নিশ্চিত হব তেতিয়াহে এই বিশ্বাস আহিব। কিন্তু স্পষ্টবাদী গুণৰ সহানুভূতিশীল মনোভাৱৰ লগত সামঞ্জস্য সাধন কৰিব লাগিব।

কাকতিৰ এই স্পষ্টবাদীতা পৰিলক্ষিত হয় তেওঁৰ সঠিক মূল্যায়নত। যতীন দুৱৰাৰ কাব্যিক প্ৰতিভাক তেৱেঁই প্ৰথমবাৰলৈ নিঃসঙ্কোচে "মিডীয়াৰ জোন"ৰ লগত-তুলনা কৰিছিল। কবিৰ প্ৰতি লক্ষ্য, সেয়ে এজোনৰ উদাহৰণেৰে কাকতিয়ে আশাবাদৰ পৰিচয় দিছে। এই স্পষ্ট-

বাদীভাৱ গুণে আমি কবি আৰু তেওঁৰ কাব্য প্ৰতিভাক সঠিকভাবে বুজি পাব পাৰোঁ।

ঠিক একেদৰে তেওঁ আম্বিকাগিৰি ৰায়চৌধুৰীৰ "তুমি" কাব্যক সমালোচনাত দৃঢ়ভাবে কৈছে যে, মহাকবি কালিদাসৰ কুমাৰ-সম্ভৱৰ তৃতীয় স্বৰ্গত থকা বসন্ত বৰ্ণনাৰ লগত তুলনা কৰিলে কোনোক্ৰমেই অসমীয়া কবিৰ বৰ্ণনাই হীনতা স্বীকাৰ কৰিব নালাগিব। তাৰ উপৰিও অসমীয়া কবিৰ বৰ্ণনাৰ বিষয় বেছি প্ৰশস্ত।" স্পষ্টবাদীতাই সমালোচকৰ ধৰ্ম। সি কেতিয়াবা কবি আৰু কাব্যৰ অনুকূলে হব পাৰে নাইবা হব পাৰে প্ৰতিকূলে। কিন্তু যি কোনো অৱস্থাতে সমালোচকে সম্ভ্ৰম বা সহানুভূতিশীল ভাব বজাই ৰাখি চলিব লাগিব। বহুক্ষেত্ৰত এনে উদাৰ হৃদয়ৰ অভাৱ হোৱাও দেখা যায় আৰু তেতিয়া সমালোচনা নিম্ন পৰ্যায়লৈ নামি আহে। কাকতি এনে দোষৰ পৰা মুক্ত আছিল। "শোণিত কুঁৱৰী" নাটৰ সমালোচনাত তেখেতৰ এই উদাৰ দৃষ্টিৰ পৰিচয় আছে।

যুক্তিবাদ বৈজ্ঞানিক সমালোচনাৰ অপৰিহাৰ্য অঙ্গ। এটি কথা আন এটিৰ পৰিপন্থী হলে কোনো মতবাদ বা তথ্য সুচাৰুৰূপে প্ৰতিপাদন কৰা টান। বিশেষকৈ সাহিত্য বিচাৰত সমালোচকে যুক্তিৰ সহায়ত সাহিত্যৰ গভীৰ তত্ত্ব আবিষ্কাৰ কৰে। কাকতিৰ সমালোচনাত এই যুক্তিবাদ পৰিলক্ষিত হয় তেওঁৰ সামাজিক তথ্য, দাৰ্শনিক তথ্য আৰু কাব্যিক সৌন্দৰ্য তত্ত্ব আবিষ্কাৰত। ইয়াৰ ভুৰি ভুৰি উদাহৰণ আছে পুৰণি সাহিত্য আৰু আধুনিক সাহিত্য সমালোচনাৰাজিত। কিন্তু ইয়াৰ বহুল নিদৰ্শন দেখা যায় তেখেতৰ গৱেষণামূলক ৰচনাৰাজিত। উদাহৰণ স্বৰূপে কব পাৰি তেওঁ অসাধাৰণ যুক্তিৰে প্ৰাচীন সাহিত্যৰ পৰা কৃষ্ণ চৰিত্ৰৰ দুই বিভিন্ন ব্যক্তিত্বৰ ৰূপ ফুটাই তুলিছে। এটি ৰূপত কৃষ্ণ "সৰ্বশক্তিমান ঈশ্বৰ" আনটি ৰূপত "শিশু ঈশ্বৰ"। প্ৰথম ৰূপত কৃষ্ণক বাসুদেৱ "নামেৰে" জনা যায় আৰু দ্বিতীয় ৰূপত "গোবিন্দ" নামেৰে। এই দুই ৰূপ এটি মোহৰৰ দুপিঠিৰ দৰে। বৈজ্ঞানিকৰ

সূক্ষ্ম বিশ্লেষণী প্ৰথাৰে তেওঁ তাৰ—ভাগ ভাগ কৰি দেখুৱাইছে।

এইখিনিতে আৰু এটি লক্ষ্য কৰিব লগীয়া কথা হ'ল যে তেওঁ "বাসুদেৱ" আৰু "গোবিন্দ" শব্দ দুটাৰ পাৰ্থক্যৰ ওপৰত বিশেষ গুৰুত্ব দিছে। বিজ্ঞানৰ সূত্ৰত নিৰ্দিষ্ট সংখ্যা বা ভাষা ব্যৱহাৰ কৰা হয়। তাৰ অলপ ইফাল-সিফাল হলেও মূলতত্ত্ব বিচাৰি পোৱা টান হৈ পৰে, সেইদৰে প্ৰয়োজনীয় শব্দ বা সংখ্যাইহে কোনো এটি তথ্যক বহন কৰিব পাৰে। তাত অপ্ৰয়োজনীয় কোনো কথা থাকিব নোৱাৰে। এই সংযম নীতিয়ে বৰ্তমান সাহিত্যকো পৰশ নকৰাকৈ থকা নাই। ইয়াৰ ফলত যি কোনো ভাব সুস্পষ্ট হয় আৰু সি দ্বিধাহীনভাৱে গ্ৰহীতাৰ মনত সোমায়। সৰল, পোনপটীয়া ভাবে সকলোকে সহজে আকৰ্ষণ কৰে। সাহিত্য তত্ত্বক পোনপটীয়াভাৱে মানুহৰ হৃদয়ঙ্গম কৰোৱাটোৱেই আছিল কাকতিৰ ৰচনাৰ লক্ষ্য। সেই বিষয়ে আমি "ৰচনাশৈলী"ত আলোচনা কৰিছোঁ।

# চতুৰ্থ ভাগ

## এটি আলেখ্য

১৯১১ চন। কামৰূপ জিলাৰ সৰু এখনি চহৰ, বৰপেটা। তাৰপৰা পুৱকালে আগুৱাই গ'লেই পোৱা যায় এখনি গাওঁ। অসমৰ একাধিক গাঁৱৰ লগত তাৰ নাই কোনো পাৰ্থক্য; নাম হ'ল—বাটিকুৰিহা। এই এই গাওঁৰ বুকুতে এদিন হঠাৎ এটি অভাৱনীয় কাণ্ড হৈ গ'ল। মানুহ বিস্ময়ত ভাগি আহিল। এইটো বিহুৰ দিন নহয়, নহয় কোনো উৎসৱ। বাটি কুৰিহাৰ সেই সৰু পঁজাটি নিৰীহ জনতাৰ ভীৰত মুখৰ হৈ উঠিল। এটা বিৰাট শোভাযাত্ৰাৰ দল। গৃহস্থই অৱশেষত সাঁজিলে—হাতীৰ এখনি চাণ্ড। তাৰ ওপৰত থিয় কৰাই দিলে, এঘাৰ বছৰীয়া সেই মেধাৱী শিশুক; যাৰ কৃতিত্বই অসম টোৱাই গ'ল। জনতাই প্ৰাণভৰি চালে। এই যেন মানৱী ৰূপত অৱতীৰ্ণ হৈছে, বাণীৰ পুত্ৰ—বাণীকান্ত। নহলে প্ৰবেশিকাত প্ৰথম হব কেনেকৈ! ধন্য হ'ল পিতৃ ললিতৰাম কাকতি আৰু মাতৃদেবী লাহোৰালা। বাটিকুৰিহাই হাঁহিলে, হাঁহিলে বৰপেটা চহৰে।

'জোনাকী'ৰ যুগ তেতিয়া শেষ হৈছিল। কিন্তু তাৰ ইন্ধনে অসমৰ সাহিত্য জগত গৰম কৰি তুলিছে। বেজবৰুৱাৰ সম্পাদনাত "বাঁহী" ওলাইছিল, কলিকতাৰ পৰা। অসমৰ সাহিত্যাকাশত জোটাভৰাৰ দৰে জিলিকি আছিল চন্দ্ৰকুমাৰ, পদ্মনাথ, হেমচন্দ্ৰ গোস্বামী, কনকলাল আদি। বাঁহীৰ' সুৰে স্পৰ্শ কৰিছিল কোমল বয়সীয়া বাণীকান্তৰ মন,—"বাঁহী" নতুনকৈ ওলাইছে আমি তেতিয়া ইংৰাজী স্কুলৰ তলৰ শ্ৰেণীত পঢ়োঁ। তক যুক্তি বেছিকৈ বুজিব নোৱাৰোঁ। কিন্তু "অসমীয়া গৌৰীপুৰত বঙালী সাহিত্য পৰিষদ", বুলি বেজবৰুৱাৰ কাগৰ পৰা যি তিক্ত মিঠা

বস মিহলোৱা ধাৰাবাহিক প্ৰবন্ধ কেইটাৰ ওলাইছিল, তাৰ ভিতৰত বেজবৰুৱাৰ অফুৰন্ত হাস্যৰসৰ কথাবোৰ আমাক বৰকৈ আমোদ দিছিল, আৰু হাস্যৰসৰ ধুমুহাকেই আমি তৰ্কতকৈও বেছি প্ৰবল যেন পাইছিলোঁ।"

অসমৰ কমিছনাৰ হৈ আহিছিল গৰ্ডন চাহাব। বাটিভুৰিহাৰ সেই প্ৰধানমান মেধাবী ল'ৰাজনে এইবাৰ আহি নাম লগালে কটন কলেজত। ১৯১৩ চনত আকৌ এটি অভাৱনীয় কাণ্ড কৰি সকলোকে তবধ লগালে। অসম, বঙ্গ, বিহাৰ, উৰিষ্যাৰ শত শত তীক্ষ্ণ মগজুৰ ছাত্ৰই অৱাক হৈ চাই পঠিয়ালে পূবপ্ৰান্তৰ এইখন প্ৰদেশলৈ; আৰু সেইটো সময়তে কটন কলেজৰ এগৰাকী বৃদ্ধ অধ্যাপক, প্ৰফুল্লৰায়ৰ অন্তৰ আত্মপ্ৰসাদত নাচি উঠিল। তেওঁ কিন্তু তিৰস্কাৰ কৰিলে; যিদৰে এদিন জুলিয়েটে ৰোমিওক কৰিছিল;—"সেই অশুৱনি বাণীকান্ত আই, এ পৰীক্ষাত প্ৰথম হৈছে। মই যে তেওঁৰ বাবে গৌৰব বোধ কৰিছোঁ।" (That ugly looking Banikanta stood first in the I. A. Examination ; oh, I am proud of him ) সেই সময়ৰ এনে এবাৰ তিৰস্কাৰ বাণীয়েই যে আছিল উপযুক্ত।

এইবাৰ আহিল কলিকতা মহানগৰীৰ প্ৰেচিডেন্সী কলেজলৈ। ইংৰাজীত অনাৰ্চ লৈ বি, এ পাছ কৰি ফাকতি ওলাই আহিল ১৯১৫ চনত। ইয়াৰ পাছৰ বছৰ নিজ ঠাই বৰপেটাত কনকলতাক ইহ জীৱনৰ সঙ্গিনীৰূপে আদৰি ললে। তথাপি জানো শেষ হব এই অসীম জ্ঞানৰ তৃষ্ণা। দুবছৰৰ পাছতে কলিকতা বিশ্ববিদ্যালয়ৰ পৰা ইংৰাজীৰ "এ" গ্ৰুপত এম, এ ডিগ্ৰী পালে। জ্ঞানৰ দীপ্তিৰে উদ্ভাসিত মন লৈ ঘূৰি আহিল স্বদেশ অভিমুখে। মনত বহু আকাংখা, বহু ইচ্ছা।...

তেখেতৰ চাকৰী জীৱন আৰম্ভ হ'ল ১৯১৮ চনত। কটন কলেজত সেই সময়ৰ সতীৰ্থ ডঃ সূৰ্যকুমাৰ ভূঞা আৰু কাকতিয়েই আছিল অসমীয়া অধ্যাপক। প্ৰায় একত্ৰিশ বছৰ ইয়াতে তেখেতে কাম কৰে। দুবছৰকাল ইয়াৰ অধ্যক্ষ হৈ কটায়। জ্ঞান-সাধনাৰ অদম্য স্পৃহা থকাৰ

বাবেই চৰকাৰে যাচি দিয়া শিক্ষাধিকাৰৰ পদ্রবী তেখেতে হেলাৰঙে কাণ্ডি কৰি থব পাৰিছিল। অধ্যাপনাৰ দুৰূহ ভাৰ কান্ধত লৈ এই সময়তে (১৯২৬) দ্বিতীয়বাৰ "বি" গ্রুপত ইংৰাজীৰ এম, এ পৰীক্ষাত বহে আৰু প্ৰথম শ্ৰেণীৰ প্ৰথম হৈ সোণৰ পদক লাভ কৰে। আকৌ এইছোৱা সময়তে তেখেতে লিখিলে বহুতো গুৰু-গম্ভীৰ ৰচনা প্ৰবন্ধ, পুথি। এবাৰ ধুবুৰী সাহিত্য সভালৈ গৈছিল। উদাৰপ্ৰাণ কমলাকান্ত ভট্টাচাৰ্যই পিঠিত হাত থৈ ক'লে, এখন "ফাইল'লজী" লিখা। লিখিলে ফাইল'লজী। সেই গ্ৰন্থই লৈ আহিল, কলিকতা বিশ্ববিদ্যালয়ৰ সৰ্বোচ্চ ডিগ্ৰী, পি, এইচ ডি। বাঁহীত বেজবৰুৱাই লিখিলে, "ডক্টৰ কাকতিদেৱ এজনা নীৰৱ কৰ্মী। কলিকতা বিশ্ববিদ্যালয়ত এই থিছিছ দাখিল কৰাৰ বহু পূৰ্বৰতে তেখেতে অসমীয়া ভাষা সম্পৰ্কে গবেষণামূলক এটা প্ৰবন্ধ লিখাত ভাৰতীয় ভাষা বিলাকৰ সম্পৰ্কে অনুসন্ধান কৰোঁতা Linguistic survey of India ৰ লিখক ডক্টৰ গিয়াৰ্ছনে তেখেতৰ গবেষণাৰ শলাগ লৈ তেখেতলৈ চিঠি দিছিল, আৰু ডক্টৰ সুনীতি চেটাৰ্জীয়েও ডক্টৰ কাকতিৰ এটা মতৰ সমৰ্থন কৰি জাৰ্ম্মানীত প্ৰকাশ হোৱা কাকতত জাৰ্ম্মান ভাষাত এটি প্ৰবন্ধ লিখে। এইবিলাক কথা কাকতিদেৱে কাকো জানিবলৈ নিদি নিজৰ কামত মনপুতি লাগি অৱশেষত তেখেতৰ গবেষণাৰ ফল বিশ্বজগতৰ সুধীসমাজৰ আগত ডাঙি ধৰিছে। আমি অসমীয়াই ইমান দিনলৈকে অসমীয়া ভাষা চিনি পোৱা নাছিলোঁ। তেখেতে অকল অসমীয়াকেই অসমীয়া ভাষা চিনালে এনে নহয় গোটেই জগতক চিনালে। সেইবাবে অসমীয়ামাত্ৰই তেখেতৰ ওচৰত চিৰঋণী।"

সেই "নীৰৱ কৰ্মীৰ" ভাবাই চৌদিশ মুখৰিত কৰি তুলিলে। সাগৰৰ সিপাৰেও তাৰ প্ৰতিধ্বনি উঠিল। অন্তৰে অন্তৰ চিনি ললে। কিন্তু বাণীকান্তৰ হাতত এতিয়াও জ্বলে এটি বিড়ি, পিন্ধনত সাধাৰণ ধুতি আৰু ভৰিত এজোৰ কেনভাচ চু। জ্ঞানৰ অনন্ত তৃষ্ণা সমানেই বেগৱতী। কটন কলেজৰ দশৰা অৱসৰ লৈ বেছিদিন ৰখিব নোৱাৰিলে। গুৱাহাটী

বিশ্ববিদ্যালয়ত অসমীয়া ভাষা-সাহিত্যৰ অধ্যাপকৰ আসনত অধিষ্ঠিত হ'ল। বিশ্ববিদ্যালয়ে সোনকালেই "কলাগুৰু" উপাধিৰে ভূষিত কৰিলে। জীৱনৰ শেষলৈ তেখেতে ইয়াতে লাগি আছিল। এই বৃহৎ শিক্ষানুষ্ঠান গঢ়ি তোলাত বিশেষ অংশ গ্ৰহণ কৰিছিল। বিশ্ববিদ্যালয়ৰ অসমীয়া বিভাগত পুৰণি পুথিৰ ৰক্ষণাবেক্ষণ-কাৰ্য তেখেতৰ দিনতে আৰম্ভ হয়। তেখেতে প্ৰাচীন আৰু আধুনিক অসমীয়া সাহিত্যক এটি বৈজ্ঞানিক মনেৰে নতুনকৈ পুনৰ্নিৰ্মাণ কৰিলে। তেখেতৰ ছত্ৰছায়াত চৌপাশে গঢ়ি উঠিছিল এটি সাহিত্যিক গোষ্ঠীৰ দল। শিক্ষকৰ ৰূপত বহু ছাত্ৰক ওচৰত পালে; গুৰু পদত অভিষিক্ত হৈ পালে নিৰ্দিষ্ট সংখ্যক শিষ্য। কাকতিৰ অন্যতম যোগ্য শিষ্য আছিল ডঃ বিৰিঞ্চি কুমাৰ বৰুৱা। এই গৰাকী পণ্ডিতৰ ভিতৰেদি সেই মহান গুৰুৰ দীক্ষা ফলৱতী হৈ উঠিছিল; সূৰ্যৰ কিৰণত শতদল প্ৰস্ফুটিত হোৱাৰ দৰে।

বাণীকান্ত আজি নাই। বহু আগতে সেই গৰাকী ব্যক্তি জীৱনৰ ৰহস্যময় পৰপাৰলৈ গুচি গৈছে। মানুহৰ দম্ভ-অহঙ্কাৰ পৃথিৱীয়ে এদিন সামৰি লয়। কিন্তু কীৰ্তি মহান। কালিদাস নাই, কিন্তু যি মুহূৰ্তত শকুন্তলা-দুষ্মন্তৰ কাহিনী স্মৰণলৈ আহে তেতিয়াই সজীৱ হয় স্ব-শৰীৰে কালিদাস। বাণীকান্তক শ্ৰদ্ধাৰে সুঁৱৰি থাকিব সেইসকলে, যিসকলে হৃদয়েৰে অনুভৱ কৰিছে, অসমীয়া ভাষা-সাহিত্য তথা ভাৰতীয় শিক্ষা-সংস্কৃতিলৈ তেখেতৰ মহৎ অৱদান। বঙ্গৰ স্বনামধন্য পণ্ডিত ডক্টৰ সুনীতিকুমাৰ চেটাৰ্জীয়ে এই মহান পণ্ডিতজনাৰ বিষয়ে এইদৰে সুঁৱৰিছিল: "তেখেত এজন পণ্ডিত আৰু শিক্ষাবিদ। তেখেতৰ কাৰণে অকল অসমেই নহয় সমগ্ৰ ভাৰতবৰ্ষই গৌৰৱ কৰিব পাৰে। বৰ্তমান কালত ভাৰতীয় সংস্কৃতি, ইতিহাস চিন্তাধাৰা আৰু ভাষা তত্বলৈ যিসকলে বৰঙনি যোগাইছে তেওঁলোকৰ ভিতৰত কাকতিৰ স্থান আগশাৰীত। তীক্ষ্ণ বুদ্ধি আৰু উচ্চ আদৰ্শৰ কাকতিক পোৱাটো অসম আৰু ভাৰতৰ কাৰণে সৌভাগ্যৰ কথা। এনেকুৱা সমকক্ষ আদৰ্শস্থানীয় ব্যক্তি লাভ কৰা আৰু তেখেতৰ অবিহনে হোৱা ক্ষতিপূৰণ কৰা বৰ সহজ নহয়।"

ৱৰ্ডছৱৰ্থৰ "স্কাইলাৰ্কৰ" কথা মনলৈ আহিছে,—"Type of the wise who soar but never roam" আকাশৰ বহু উৰ্ধলৈ উৰি গ'লেও স্কাইলাৰ্ক জনীৰ দৃষ্টি কিন্তু সদায় নিজৰ বাঁহটোলৈহে। জ্ঞানী-জ্ঞানীজনাৰ লক্ষণো তেনেকুৱাই। ডঃ কাকতিৰ চৰিত্ৰ এই শ্ৰেণীৰ ভিতৰত পৰে। অসীম-অনন্ত জ্ঞানৰ তৃষ্ণা পূৰণ কৰিবলৈ জ্ঞানৰ সুউৰ্ধ নভোমণ্ডলত আজীৱন বিচৰণ কৰিলে। সেই "কাব্যামৃত" ৰসাস্বাদ পান কৰি যি তৃপ্তি লাভ কৰিছিল আন একোৱে তেখেতক সেই তৃপ্তি দিব নোৱাৰিছিল। একেদৰেই তেখেত অসমীয়া সাহিত্য, তথা অসমীয়া জাতিটোৰ সাংস্কৃতিক উন্নতিৰ ক্ষেত্ৰত আছিল সতৰ্ক—আছিল সজাগ প্ৰহৰী। তেখেতে অসমীয়া সাহিত্যৰ পতিত ভূমিখণ্ড আবাদ কৰিলে, প্ৰকৃত সাহিত্যানুৰাগী ব্যক্তিক প্ৰেৰণা যোগাই—উৎসাহিত কৰিলে। তেখেতে বুজাই দি গ'ল, সাহিত্য কাগজৰ ফুল নহয় আৰু সাহিত্য-চৰ্চা এটি সাধনা-সাপেক্ষ কাৰ্য। বাণীকান্তৰ এই বাণী তেখেতৰ কাৰ্যই আজিও বহন কৰিছে। সচাঁ কথা,—"ভীমৰ গদা ঘূৰাবলৈ হলে আগেয়ে ভীমৰ বল অৰ্জন কৰি লব লাগে।" বাণীকান্তই সেই বল অৰ্জন কৰি লৈছিল কাৰণেই তেনেদৰে কৰ পাৰিছিল। পুথি-পাজিৰ পৰা মূৰ তুলি সময়ে সময়ে যিখিনি কথা তেখেতে কৈ গ'ল, সি স্বকীয় মহিমাৰে উজ্জ্বল হৈ থাকিব। তাৰ দাম আছে, আছে কাম। কিন্তু জনাৰ তুলনাত কৰলৈ সময় পালে কিমান!

ঈশ্বৰ আৰু সত্যৰ প্ৰতি বিশ্বাসী এইজনা ব্যক্তিৰ অন্তৰ আছিল সততা গুণেৰে পূৰ্ণ। ইহ জীৱনৰ সঙ্গিনী কণকলতাক হেৰুৱাই তেখেতে কিয়েই যে নেহেৰুৱালে! হোমৰ গুৰিত বহি বিয়ে এদিন প্ৰতিজ্ঞা কৰিছিল, তোমাৰ দেহৰ লগত মোৰ দেহ থৈ আমি এক হৈ পৰোঁ—সেইজনাই দেহাৱশানৰ মাজেদি তাকেই যেন প্ৰমাণ কৰিলে। মাত্ৰ দুমাহৰ ব্যৱধান। ১৯৫২ চনৰ এদিন ৰাতিপুৱা সেই মহৎ প্ৰাণ নিৰোগী শৰীৰেৰে ৰহস্যময় অদৃশ্য লোকলৈ গুচি গৈছিল।

তেখেতৰ মনৰ দৃঢ়তা ফুটি ওলাইছিল এনেবোৰ লেখনীৰ মাজেদি;

"প্ৰিয়বন্ধু, পত্নী অথবা প্ৰিয়জনৰ বিয়োগ বিশেষ একো ঘটনা নহয় ; কিন্তু এই বিয়োগৰ বেদনাই পিচলৈ পথ প্ৰদৰ্শকৰ বা প্ৰতিভা প্ৰকাশৰ ভূমিকা লয়।" (অন্তিমৰ লেখা : ডাঃ বাণীকান্ত ) এই লেখনী মনৰ শান্তি বিচৰাৰ প্ৰয়াস নহয় জানো ! বন্ধুমহলত হেনো তেখেতে আক্ষেপ কৰিছিল,—"ধুমুহাৰ দৰে আহিল আৰু গোটেইখন খেলিমেলি লগাই থৈ গ'ল। কেতিয়াবা বৰ বেয়া লাগে।"

[ ডাঃ বাঃ ]



## শব্দসূচী

(অ)



(আ)



(ই)



(উ)

(ৰ)



(ল)



(ৱ)



(শ)

( ষ )



( স )



( হ )

# গ্ৰন্থৰাজি


অসমীয়া সাহিত্যৰ ইতিবৃত্ত — ডঃ সত্যেন্দ্ৰ নাথ শৰ্মা

বাঁহী — { ২২শ বছৰ ১০ ম সংখ্যা / ১১শ বছৰ ২য় সংখ্যা }

Studies in the literature of Assam — Dr. S. K. Bhuyan

বেজবৰুৱাৰ সাহিত্য প্ৰতিভা— সবিতা সভা

সাহিত্য আলোচনা— ত্ৰৈলোক্য নাথ গোস্বামী

Dryden as Critic and poet— Samuel Johnson

ইংৰাজী সাহিত্যৰ আলোচনা— শ্ৰীকুমাৰ বন্দোপাধ্যায়

ভাষাবিদ বাণীকান্ত — দুৰ্গেশ্বৰ শৰ্মা

Introduction to literature— Hudson

Spiritual heritage of India— Swami Pravabananda

Adventures of the mind— Riohard Thruelson and John Kobler.

ছবি— শ্ৰীবেণুধৰ শৰ্মা

ৰবীন্দ্ৰ প্ৰতিভা — ভবানন্দ দত্ত